

## উৎসৰ্গা

**'জাতিস্মৰ'ৰ কবি সোদৰোপম মহেন্দ্ৰ বৰাৰ হাতত।**

মহেন্দ্ৰ,

তোমাৰ যুগ-সচেতন চিন্তাধাৰা আৰু সূক্ষ্ম সংবেদনশীল মনন-শীলতাৰ মাজত মোৰ জেনাৰেশ্বনৰ লিখকৰ কাৰণে আছে আত্মজিজ্ঞাসাৰ প্ৰত্যাহ্বান, আৰু তোমাৰ নিজৰ জেনাৰেশ্বনৰ সকলৰ কাৰণে আছে নতুন পথৰ সন্ধান কৰাৰ বলিষ্ঠ ইঙ্গিত।

তুমি কবি! সেয়ে তোমাৰ লগত মোৰ পাৰ্থক্য—

: মোৰ হৃদয়ৰ ভাগি-থান্‌বান্‌-হোৱা দাপোণত মই চাবলৈ বিচাৰোঁ এখন অক্ষত, সুন্দৰ পৃথিৱী,

আৰু

তোমাৰ হৃদয়ৰ অক্ষত, অম্লান দাপোণত তুমি দেখা পোৱা এখন ক্ষত-বিক্ষত, বিশৃঙ্খল, থান্‌বান্‌-হোৱা পৃথিৱী।

নেজানো আমি কোনজন বেছি দুৰ্ভগীয়া। অথচ, আমি একেটা যুগতে জীয়াই আছোঁ।

বহুত চেনেহ আৰু আস্থাৰে

তোমাৰ

**মালিক ককাইটি**



# নিজৰ বিষয়ে

কবিতা পঢ়াৰ, নাইবা কবিতা পঢ়ি ভাল পোৱাৰ (কবিতা সম্পৰ্কে মতামত প্ৰকাশ কৰাৰ নিশ্চয় নহয়) এটা সাধাৰণ অধিকাৰ হয়তো মোৰ আছে। কিন্তু কবিতা লিখাৰ আৰু সেই কবিতা প্ৰকাশ কৰাৰ অধিকাৰ যে মোৰ নাই, সেই কথা মই আনতকৈ বেছি বুজোঁ। কেতিয়াবা কিবা লিখিলে সাধাৰণতে গদ্যতে লিখিছোঁ। কবিতা লিখিবলৈ যোৱাটো মোৰ কাৰণে অনধিকাৰ চৰ্চ্চা।

তথাপি মাজে মাজে মনৰ কথাবোৰ পদ্য ছন্দতো লিখাৰ দুৰ্ব্বলতাক অতিক্ৰম কৰিব নোৱাৰাৰ কাৰণেই, 'স্বাক্ষৰ'ৰ নিচিনা এখন কিতাপে ৰূপ লৈ উঠিবলৈ পালে। আমাৰ শ্ৰদ্ধাভাজন পুৰণি বা নতুন কোনো কবিকে জোকাই লোৱাৰ ইচ্ছা আৰু সাহস মোৰ নাই। যোৱা পঁচিশ বছৰৰ ভিতৰত (১৯৪০—১৯৬৫) বিভিন্ন সময়ত লিখা এই কবিতাবোৰৰ মাজত কোনো বিশেষ ঐক্য বা যোগসূত্ৰ বিচাৰি উলিওৱাটো নিশ্চয় সম্ভৱ নহব। এজন প্ৰকৃত কবিৰ কবিতাত হে সেইটো বিচাৰি পোৱাটো সম্ভৱ। মানসিক বিশ্ৰাম বা কায়িক অৱসৰৰ অৱকাশত কল্পনা-প্ৰৱণতাক ৰূপ দান কৰি কবিতা ৰচনা কৰাৰ সুযোগ আৰু সৌভাগ্য আন কবিসকলৰ থাকিলেও মোৰ নাই। অন্তৰ্জ্জাগতিক আৰু বহিৰ্জ্জাগতিক সংঘাত আৰু জীৱন-সংগ্ৰামৰ বেমেজলীয়া ব্যস্ততাৰ মাজত, কিবা এটা কোৱাৰ ভাষা বিচাৰি কেতিয়াবা প্ৰাণ-মন উন্মুখ হৈ উঠোঁতে ভাব-চিন্তা-অনুভূতিবোৰে 'স্বাক্ষৰ'ৰ কবিতাবোৰৰ ৰূপ, লৈছিল, বিভিন্ন সময়ত, বিভিন্ন পৰিৱেশ আৰু পটভূমিত। এজন সঁচা কবিৰ,

লিখনিত এই কথাবোৰেই হয়তো প্ৰকৃত কবিতাৰ আবেদনেৰে সমৃদ্ধ হৈ উঠিলহেঁতেন। শিল্পী পিকাচ'ৰ কথা এযাৰ মনত পৰিছে। তেওঁ কৈছিল—

"সূৰ্য্যৰ ছবি সকলোৱে আঁকিব পাৰে। এখন নীলা আকাশৰ বুকুত এটা হালধীয়া সূৰ্য্য। কাৰোবাৰ তুলিকাত সূৰ্য্যটো হৈ পৰে এখন নীলা কাগজৰ ওপৰত এটা সৰু হালধীয়া দাগ, কিন্তু 'প্ৰকৃত শিল্পীৰ তুলিকাত এটা সামান্য হালধীয়া দাগ হৈ পৰে সূৰ্য্যৰ সকলো সৌন্দৰ্য্যেৰে সমৃদ্ধ এক অনন্যসাধাৰণ' নতুন সৃষ্টি। সেয়ে সাধাৰণ কলাকাৰ আৰু প্ৰকৃত শিল্পীৰ মাজৰ পাৰ্থক্য।"

'স্বাক্ষৰ'ত এটা চেষ্টা কৰা হৈছে। অন্যান্য বিষয়ৰ আৰু যি দুই-চাৰিটা কবিতা কেতিয়াবা লিখিছোঁ আৰু আলোচনী আদিত প্ৰকাশ হৈছে, এই সংগ্ৰহত সেইবোৰ অন্তৰ্ভুক্ত কৰা নাই। ইয়াত প্ৰধানতঃ একে ৰকমৰ বিষয়-বস্তুৰ কবিতাখিনি হে একে ঠাই কৰা হৈছে। 'ক'লৈ পলাবি তই' কবিতাটো ১৯৫০ চনত অসমৰ কোনো কোনো ঠাইত হোৱা সাম্প্ৰদায়িক অশান্তিৰ সময়ত খিলঞ্জীয়া অসমীয়া মুছলমানেও অসম এৰি যোৱাৰ কথা চিন্তা কৰা জানি সেই উপলক্ষে লিখা। ইয়াৰ কবিতাবোৰৰ বিষয়ে নহয়, এই সংগ্ৰহটোৰ বিষয়ে এয়ে কবলগীয়া।

অসমত ভাল কবিতা ভাল পোৱা পাঠকৰ সংখ্যা তাকৰ নহয়। কিন্তু 'স্বাক্ষৰ'ৰ কবিতাবোৰৰ নিচিনা কবিতা প্ৰকাশ কৰাৰ দুঃসাহস প্ৰকাশক শ্ৰীনৰেন্দ্ৰ নাথ দাসৰ কেনেকৈ হ'ল মই কব নোৱাৰোঁ। দাসৰ ওচৰত মই ঋণী।

নাহৰণি গাঁও
২৪।৬।৬৫

চৈয়দ আব্দুল মালিক.

## চহী

লক্ষ হেজাৰ চহীৰ মহীৰে ক'লা
সৃষ্টিৰ সাঁচিপাত,
পঢ়িব নোৱাৰা হেজাৰ নামৰ
স্বাক্ষৰ আছে তাত।
কোনোৱে লিখিলে চকুৰ পানীৰে,
কোনোৱে লিখিলে প্ৰাণৰ গ্লানিৰে,
হুমুনিয়াহৰ বেদনাৰে লিখি
দিলে কোনোবাই চহী,
হেজাৰ যুগৰ চকুৰ পানীত জহি ॥
যিবোৰ স্বপ্ন সাধুকথা হ'ল,
যিবোৰ কাহিনী আধা কোঁৱা ৰৈ গ'ল,
যিবোৰ গীতৰ ভাষাই নেপালে সুৰ,
যিবোৰ চকুৱে পোহৰ বিচাৰি
আন্ধাৰত গ'ল বুৰ ;
যিবোৰ প্ৰাণৰ জুয়ে নজ্বলালে
হৃদয়ৰ মণিকূট,
যিবোৰ অতীতে ভৱিষ্যতলৈ
নপঠালে কোনো দূত,

যিবোৰ আশাই নাম হেৰুৱাই
নিজক পেলালে ঢাকি,
যিবোৰ চহীয়ে নামৰ জালেৰে
দিলে নিজকেই ফাকি—
থাকক সিহঁত ধূলিৰ তলত,
সাঁচিৰ পাতত,
কালৰ বেদনা সহি,
নতুন দিনৱ ৰ'দ-কাঁচলিত বহি,
এয়া কৰিলোঁ চহী—
কাল-সাগৰৰ পানীৰ বুকুত
এয়া নতুন চহী।

## মোৰ স্বৰ্গ

স্বৰ্গ দেখা নাই,
দেখা নাই—কেন্দুৰা চোঁৱৰ ল'ই, কোন দেৱবালা গৈ
বিধাতাক কিদৰে সজায়,
দেৱতাই আল ধৰে,
কিন্নৰীৰ সঙ্গীতত সৰি পৰে গোলাপৰ পাহি,
উৰ্ব্বশীৰ খহি যোৱা ৰিহাৰ আগত জ্বলে
সপোনৰ সাতৰঙী হাঁহি—
—মই দেখা নাই,
নাই দেখা সৰগৰ সোণালী ধূলিৰ কণা,
কাৰ খোজে ৰচে তাত তেজৰ ফুলনি,
লেধাই-শামুকে তাত কিহৰ গামোচা পিন্ধে,
কঁকাল ঘূৰাই নাচে ক'ৰ ম'ৰাজনী ;
দেখা নাই—মউজোল নৈ বয়,
গাখীৰৰ দিয়ে বৰষুণ,
ভৰিৰ তলেদি যায় দ্বাদশীৰ ৰূপোৱালী জোন,
দিন দুপৰতে আহি দুৱাৰমুখত ৰ'ই
থাকেহি সপোন।
সেই স্ব মোৰপৰা বহুত দূৰত
তৰা-ভৰা সউ মোৰ আকাশৰ নেদেখা মূৰত।
—সেই স্বৰ্গ মই দেখা নাই !!
পৃথিৱীত পিঠি ৰাখি
যিদিনা প্ৰথম মোৰ দুচকু মেলিলোঁ,
এই মোৰ জগতৰ প্ৰথম পোহৰ পাই

সিপাৰৰ সৰগৰ সুৰ-সনা সৌৰৱণি
সব পাহৰিলোঁ।
আকাশৰ সৰগক কোনোবা কালতে মই
এৰি থ'ই আঁতৰি আহিলোঁ॥

ফেঁহুজালি দিয়ে—
পূবালীৰ দুৱাৰত ফেঁহু-বৰণীয়া মেঘ,
ৰঙা বোল সানে তাতে
সাৰ পোৱা কেঁচা বেলিটিয়ে,
আকাশৰ নীলা আৰু বেলিৰ হেঙ্গুল মিলি
নিয়ৰত তৰে স্বপ্নজাল,
জগতৰ দুৱাৰত জ্বলি উঠে জীৱনৰ
মহা ফৰকাল,
শিশুৰ মিচিকিভৰা ওঁঠৰ ৰেখাটি
আকাশত ৰামধেনু হৈ, মাতে মোক সউ দূৰল'ই
সপোনৰ মহা মেলা পাতি।
হাত মেলি চোতালৰপৰা
'আহা' বুলি মাতোঁ জোনবাই,
বাটতে থমকি বৈ জোনায়ে উজাৰ কৰি
দূবৰিত পোহৰৰ প্ৰাণ সিঁচি যায়
—এই মোৰ মাটিৰ ধৰাত,
এই মোৰ আহিনৰ সেউজীয়া দূবৰিডৰাত,
কুমলীয়া বতাহৰ নতুন নাচোন লাগি
সৰগৰ মায়া যায় ভাগি।

ঋতুৰ পিছত ঋতু আহে,
মাঘৰ শেষত মোৰ বুকুভৰা বসন্তই হাঁহে,
জীৱনৰ ৰঙা তেজ জ্বলি যায়, গলি যায়
মৰা পৃথিৱীৰ আঁহে আঁহে,

ফুলে হাঁহে, পাতে হাঁহে,
সন্ধিয়াৰ সমীৰত অজান দেশৰ ক'ৰ
সুৰ আহি ভাহে ॥
পুত্ৰ যায় দূৰল'ই—
কন্দা চকু ঢাকি ৰাখি, আকাশক ৰাখি সাক্ষী
মাতৃ থাকে দুৱাৰত বৈ
মৰমৰ থমা-দৈ লৈ ॥
জেং-খৰি পুৰি ধৰি জুই,
ককাৰ কোলাত শুই চকু মুদা নাতিদলে
জুহালতে গঢ়ে ৰংঘৰ,
কাঠৰ ধোঁৱাত উঠি ৰজাৰ কোঁৱৰে স'তে
উৰি উৰি ফুৰে ঘুৰি
ৰচি ৰচি সৌধ সপোনৰ !
বেলি মাৰ যায়—
গৰখীয়া ঘুৰি আহে গৰু-গাই-দামুৰি চপাই,
ধানৰ নৰাৰ সেই কলা লগা পেঁপাটি বজাই ।
গৰুৰ ভৰিৰপৰা উৰি আহে ধুঁৱলীয়া ধূলি,
চকু মুদি গৰখীয়াই লয় তাকে সন্ধিয়াৰ
সোণৰেণু বুলি,
আকাশেদি উৰি যায় সন্ধিয়াৰ ঘুৰি অহা পখী
পোহৰক পিছল'ই ৰাখি
হৰষৰ গীত গাই গাই,
ৰ' লাগি শুনে সন্ধিয়াই ।
সন্ধিয়াৰ ডবা-কাঁহ
মচজিদৰ মধুৰ আজান,
আকাশৰ পখীৰ সঙ্গীত,
ঘুৰি অহা গোপালৰ গান
তাকে লৈ পৃথিৱীয়ে সৰগক দিয়ে সমিধান !!

ৰাতিৰ নিথৰ নীৰৱতা,
মাৰ যোৱা জোনে স'তে সৰি পৰা শেৱালিৰ কথা,
এই সকলোৰে স'তে
ধৰণীৰ প্ৰতি অণু গঁথা ;
—দিয়ে মোক স্বৰ্গৰ বাৰতা।
আৰু এই ৰাঙলী ফাগুন,
এই মোৰ ফুলে ফুলে, পাতে পাতে
ভাষাহীন হৰষৰ চপল নাচোন,
চকুৰ পতাত লাগি টোপনিৰ বোল-সনা
পূৰ্ণিমাৰ জোন।
যেতিয়া পৰশ লাগে, যৌৱনৰ পাৰ ভাগে
অচিনাকি হয়হি আপোন,
—এই যে ফাগুন।
তাৰ স'তে মোৰ পৰিচয়—
—আজিৰ নহয়,
মাঘৰ শেষত সেয়ে নতুনৰ অভিসাৰ লৈ
নিতে মোৰ সৰগক পাহৰাই থয়।
ভুল আৰু আশা ল'ই
সপোনৰ দ'ল সজা
চিৰশিশু এই যে মানুহ।
নুফুলা ফুলত সানি কল্পনাৰ ৰঙা বোল,
উছৱৰ মগ্ন সমাৰোহ !
কিমান ধুনীয়া !
সকলো যে মোৰ লগৰীয়া !
মোৰ চউদিশ ঘেৰি পাওঁ মই এই পৃথিৱীক,
পাওঁ মই জীৱনৰ সীমাহীন সুৰ।
পাওঁ মই সৰগৰ মঙ্গল আশিষ ধাৰা
আকাশৰ করুণাঃ মধুৰ—।

মৰণ—সিও যে মোৰ পুৰণি চিনাকি
সি যে মোৰ জীৱনৰ শেষ হলে
আন্ধাৰত আলোকৰ চাকি,
—সৰগৰ সুধা দিয়ে বাকি।

জীৱন-মৰণ লৈ এই যে সংসাৰ,
অন্তহীন সৌন্দৰ্য্যৰ মহা পাৰাবাৰ,
হুঁহা-কন্দা, ৰং-অভিমান,
ভুল কৰা, ভাল পোৱা, ছন্দহীন গান

স্মৃতি আৰু আশা লৈ
জীৱনৰ শান্ত অভিযান।
—ই যে মোৰ সৰগ সমান।

ই যে স্বৰ্গ মোৰ
মৰমৰ, মৰণৰ, হাঁহি আৰু তপ্ত চকুলোৰ,
মৰম মঙ্গল লৈ উৰিছে নিতৌ ইয়াত—
সৰগৰ ধূলি-কণাবোৰ।

মাটিৰ মানুহ মই,
ভাল পাওঁ মাটিৰ সৰগ,
ভাল পাওঁ মাটিৰ মৰম,
'সিপাৰে বিধাতা, আৰু ইপাৰে হিয়াৰ খলকনি,
—মই তাৰ সন্ধি অনুপম।

# নিৰ্ব্বিশেষ

মোৰ চোতালৰ মৰম-কোমল ধূলি
পাৰ হৈ যাওঁ, সদৌ জগৎ বুকুত সাবটোঁ বুলি,
চউদিশে মোৰ মুকলি দুৱাৰ, বাধা নাই, বান্ধ নাই,
দূৰণিয়ে মোক হাতচানি দিয়ে, অবুজ ভাষাৰে বিভিয়াই,
বিশাল জগৎ, তাতোকে বিশাল, মোৰ হৃদয়ৰ অসীম-পাৰ,
মোৰেই বিশ্ব, মই বিশ্বৰ নতুন সুৰৰ গীতিকাৰ।

চাইবেৰিয়াৰ তুহিন বুকুৰ তুষাৰ-শেঁতা এস্কিম'ৰ
বুকুৰ উমত আছে মোৰেই তাপ,
মোৰ মৰমৰ সূৰ্য্য-কৰে সিহঁতৰেই তাপ-কাঙালী
প্ৰাণৰপৰা গুচায় মনস্তাপ।
ভল্গাপাৰৰ বল্গা-ৰথৰ আপোন-ভোলা ৰথী
দুপৰ নিশা ঘুৰে কুটিৰ বুলি।
দূৰৰ বহাত ঢিমিক-ঢামাক চাকিৰ পোহৰ দেখি
চায় হেপাহে ক্লান্ত চকু তুলি।
প্ৰিয়াৰ বুকুত মৰম আছে, সপোন আছে,
আছে তপত মউ,
তাৰে আশাত দুপৰ নিশাত অকণমানি হিয়াখনি
আনন্দতে থউকি-বাথউ।
তাৰ হৃদয়ৰ মৰমভৰা সেই জোৱাৰত মোৰ
আছে মিলি মৰম মধুৰ অবুজ আৱেগবোৰ।

ক'লা মাটিৰ কঠিন পৰশ লাগি,
আফ্ৰিকাৰ সউ জীৱনবোৰত
অমানিশাৰ আন্ধাৰ পৰে ভাগি।

আদিম ৰূপৰ আদিম মানুহ ৰূপৰ আকলুৱা
মুক্তি-অধীৰ হৃদয় যদিও,
দুখৰ নিশাৰ নহ'ল আজিও পুৱা।
গৰ্ব্বী বগাৰ ভৰিৰ তলত
প্ৰাণৰ সপোন হৈ যায় থান্‌বান্‌,
বগা-ক'লাৰ বালি-ভেটাত্‌
জীৱনে পায় বিপুল অপমান।
ক'লা নিগ্ৰোৰ বজ্ৰমুঠিত অপমানৰ তীব্ৰ প্ৰতিবাদ,
—বৰ্ণভেদৰ সৃষ্টিকাৰীক ধ্বংস কৰি হম আজাদ।
সেই নিগ্ৰোৰ প্ৰাণ-সাগৰত
প্ৰভাত-ৰঙা প্ৰাণ প্ৰৱাহৰ ঢৌ,
মিলে তাতেই মোৰ জীৱনৰ
মুক্তি-আশা, উদাৰ প্ৰাণৰ মউ।

জাহাজ চলায়, কোন সি নাৱিক,
সাগৰ পাৰি দিয়ে,
সাত সমুদ্ৰৰ ঢৌ সামৰি
দেশৰপৰা দেশান্তৰলৈ যাত্ৰী বোজাই নিয়ে
কোন বা পাৰত থাকিল প্ৰিয়া,
কোন বা পাৰত থাকিল বন্ধু তাৰ,
উপকুলৰ কোলা এৰি, পাৰ নোহোৱা সমুদ্ৰেদি
যাত্ৰী কৰে পাৰ।
সাগৰ-বুকুত উদয়-অস্ত দেখে,
সাগৰ-বুকুত বসন্ত মাৰ যায়।
মাটিৰ মানুহ, পানীৰ বুকুত
চিৰদিনৰ সপোন হেৰুৱায়।
ঘৰৰ কথা মনত পৰি
ঢৌৰ সিপাৰে হেৰায় চকুৰ দিশা,

—কোন লখিমী লগন গণি
কাল যাপিছে নিতৌ দিনে-নিশা।
সেই নাৱিকৰ চকুত মিলিল
মোৰ চাৱনিৰ মায়া।
তাৰ বেথা যে মোৰেই বেথা
তাৰ মায়া যে মোৰেই আপোন ছায়া।

*

নিউকেচ্‌লৰ কয়লাখনিত শ্ৰমিকদলৰ লানি,
নিজৰ জীৱন আন্ধাৰ কৰি
পৰৰ পথত পোহৰ দিয়ে সানি।
সেঁতা চকুত আশাৰ ৰেখা,
আন্ধাৰ গুহাত সপোনৰ ৰামধেনু,
আশা-উজল চকুৰ পানী
জিলিকে যেন আহিন হিমৰ ৰেণু।
অন্তবিহীন অভিযোগৰ প্ৰকাশ-মুখী ভাষা,
পোহৰ-দেশৰ মানুহ হোৱাৰ অনন্ত দুৰাশা,
সকলোতে মোৰ পৰাণৰ আছে পৰশ লাগি।
সেই বন্ধুৱাৰ দৃপ্ত খোজত মযেই উঠোঁ জাগি।

*

নিউয়ৰ্কৰ ৰাজপথত সন্ধ্যা আহে নামি
লক্ষ নিযুত কৰ্ম্মী ডেকা ঘূৰে ঘামি-জামি,
বেঙ্ক-কেৰাণী, শ্ৰমিক-কুলী, দিন-মজুৰৰ দল,
ক্লান্তি শেষৰ শ্ৰান্তি-কণি ভোগ কৰিবৰ হ'ল।
সিহঁতৰ সেই খোজৰ বেগত জীৱন উঠে নাচি,
উজাৰ কৰাৰ হেপাহ জাগে—
প্ৰিয়াৰ ওঁঠত প্ৰণয়-মদিৰ যাচি,
সিহঁতৰ সেই উচ্ছল প্ৰাণত মোৰেই প্ৰাণৰ গান,
সিহঁতৰ সেই খোজত মোৰেই অমৰ অভিযান।

এই এচিয়াৰ মাজ-মজিয়াত শোষণকাৰীৰ দম্ভ নাশি
কেঁচা ডেকাৰ কেঁচা তেজৰ বান—
ঃ প্ৰাণ তিয়াগি দেশক ৰাখিম
স্বাধীনতাৰ ৰাখিম আমি মান।
ৰক্তপায়ী যুদ্ধকামীৰ বৰ্ব্বৰ আস্ফালন
পদাঘাতত চূৰ্ণ কৰি কৰে অসম ৰণ।
স্বাধীনতাৰ সৈন্য সিহঁত নাম নোহোৱা বীৰ
দেশৰ হেতু হাঁহিমুখে আগবঢ়ালে শিৰ।
তোপৰ মুখত, বোমাৰ মুখত, ৰোগৰ মুখত পৰি
হাঁহি হাঁহি মধুৰ মৰণ লয় নীৰৱে বৰি।
নামহীন সেই বিপ্লৱী-দল মোৰেই লগৰীয়া,
মোৰ লগতে মৰা সিহঁত, মোৰ লগতে জীয়া।
অত্যাচাৰৰ শত্ৰু মহা, শান্তিৰ ৰচয়িতা
মৃত্যুগামী সেই ডেকাদল মোৰেই পৰম মিতা।

*

ধূসৰ মৰুৰ উদাস বুকুত তৃষিত উটৰ শাৰী,
বেদুইন-দল ঘুৰে তাতেই—জীৱন অভিসাৰি।
মাটিৰ মোহৰ বান্ধোন ছিঙি
সাবটি লয় জীৱন-মোহৰ মায়া,
বিচাৰি মৰে ৱেচিচ-বুকুৰ খেজুৰ পাতৰ ছায়া।
শুকান জীৱন ৰসাল কৰি
প্ৰাণ-ওপচা আদিম ৰসৰ ধাৰা,
নতুন পথৰ সন্ধানী-দল
অনন্তকাল জীৱনৰ পথহাৰা।
চকুত জাগে সেউজী সপোন, প্ৰাণত জাগে তৃষা,
মৰুৰ বুকুৰ মানুহ সিহঁত
ভৱিৰ খোজত জ্বলে শক্তি-শিখা।

সেই অঘৰী বেদুইন-দল মোৰেই সহচৰ,
মোৰ মৰমৰ পোহৰ-ৰঙা জীৱন সিহঁতৰ।
সেউজী আশা নিৰাশ কৰা
তপত বালিৰ শুকান বিয়াবান।
তাৰ বুকুৰেদি চলে নিতউ
মোৰ প্ৰাণৰে আশাৰ কাৰাভান॥

*

নীল সাগৰৰ সিপাৰেদি,
চকুৰ চোৱাৰ সীমা ভেদি
সোণবলুকাত পাতৰ কুটিৰ সাজি,
ক'ৰ বা ডেকা, ক'ৰ গাভৰু
ৰচে জীৱন কল্পতৰু
ওঁঠৰ হাঁহিত সপোন উঠে নাচি।
সুঠাম দেহাত তেজৰ ৰেখা,
চকুৰ মণিত সৰগ দেখা
গালত সৰে তেজ-গোলাপৰ পাহি,
শস্য গোটায়, ভঁৰাল পাতে
জীৱন ভৰা উছৱ তাতে,
সাগৰ-তলিৰ মাণিক গোটায় হাঁহি।
নাম-নজনা সেই দ্বীপতে
নাম-নজনা ডেকাৰ স'তে
নাম-নজনা আনন্দ মোৰ জাগে,
হাৱাই, বালী, মাদাগাস্কাৰ
যেই কি নহওক পৰিচয় তাৰ
বন্ধু বুলি হিয়াই মৰম মাগে।

ইয়াংচিকিয়াং নদীৰ পাৰত
সেউজে ঢকা পাহাৰ-আঁৰত
কোন খেতিয়কে ৰোৱে সেউজী ধান,
তুন্দ্ৰা বুকুত তন্দ্ৰা কোমল
চকুত সানি সপোন কাজল
ভেড়া-ৰখীয়াই গায় কি মধুৰ গান।

*

ঘুৰে চকা ফেক্টৰিৰ,
কৰ্ম্ম-কঠোৰ কোন সি বীৰ,
গলায় লোহা, গলায় তীখা,
গলায় সবল দেহা,
মেচিন সাজে, দলং সাজে
তাৰো প্ৰাণত নিতৌ বাজে
বিশ্ব গঢ়াৰ সুৰৰ মোহন ৰেহা।

*

মোৰ অসমৰ চাহ-বাগানত
তেলৰ পুঙত, নদীৰ বুকুত,
লাখ পৰাণীৰ জীৱন চকা ঘুৰে,
নিশাৰ সপোন দিনত হেৰায়,
মৰণ আহি জীৱন মেৰায়,
দৰিদ্ৰতাৰ অস্তাচলত
জীৱন ৰবি বুৰে।
মাটি কাটি, 'কলম' কাটি,
দিনে-নিশা খাটি খাটি
তেলৰ লগত, চাহৰ লগত
জীৱন জহি যায়।

শোষণ-ক্লান্ত, নিৰক্ষৰ,
সোণৰ সপোন ভৱিষ্যৰ,
ম্লান নিৰাশাই দিয়ে মুমুৰাই।
ৰুদ্ধ বুকুত ৰুদ্ৰ জাগে,
দীপ্ত চকুত জীয়াই থকাৰ দাবী,
লক্ষ প্ৰাণত হুঙ্কাৰ উঠে
নতুন জীৱন, নতুন জগৎ
ৰচাৰ কথা ভাবি।
এই সকলো মোৰেই আপোন,
সিহঁত যে মোৰ ভাই,
নিপীড়িতৰ প্ৰাণৰ বাণী
মোৰ কবিতাই গায।
মোৰ দুচকুত তাৰেই সপোন,
কণ্ঠত মোৰ তাৰেই বুকুৰ গান,
বিপ্লৱী তাৰ খোজত মিলে
মোৰেই অভিযান।

*

হস্পিটলৰ ৰোগী
জীৱন-পথৰ শেষৰ পথিক
ৰোগত ভুগি ভুগি,
মৰা-জীয়াৰ থকা-খুন্দাত জীৱনে মানে হাৰ,
মোৰ পৰাণত বাজে আহি
তাৰেই প্ৰাণৰ গোপন হাহাকাৰ।

*

বন্দীশালত লগন গণি দুৰ্ভগীয়া বন্দী,
কোন দিনা সি মুক্ত হব
জীৱন কটায় তাৰেই চিন্তাত কান্দি

মুক্ত বায়ুৰ পৰশ নেপায়,
অন্ধ কাৰাত জীৱন শুকায়,
মুক্তি লভে নিৰ্ব্বাসনত,
মুক্তি লভে ফাঁচি-কাঠত প্ৰাণ দি,
মোৰ বেদনাই তাৰ বেদনাক
জনায় নমস্কাৰ।
মই যে তাৰেই সহযাত্ৰী
—সি যে ৰচক নতুন শতিকাৰ।
জগৎ-জোৰা মোৰ লগৰী,
জগৎ-জোৰা প্ৰাণৰ সুহৃদ, মিতা,
নিৰ্ব্বিশেষত শেষ কৰি মই
ৰচোঁ প্ৰাণৰ নতুন সংহিতা।
নাম নেজানো, ধাম নেজানো,
ৰূপ নেজানো যাৰ,
তাৰেই বাবে মোৰ জীৱনৰ
অশ্ৰু-উপচাৰ।
উপত্যকা, সাগৰ, গিৰি,
মৰু, নগৰ, প্ৰান্ত ঘিৰি,
মোৰ মৰমৰ বাহু পাশে
সাবটি লয় বিশ্ব প্ৰাণৰ স্বাদ।
চকুত জ্বলে অসীম আশা,
প্ৰাণত জাগে অমৰ ভাষা :—
—হে জীৱন প্ৰণাম তোমাক,
হে পৃথিৱী, তোমাক আশীৰ্ব্বাদ।



## মই অসমীয়া

সুদূৰ পশ্চিম এৰি,
এৰি থৈ স্বৰ্ণপুৰী ৰাজ-অন্তঃপুৰ,
বিজয় সপোন দেখি আহিলোঁ যিদিনা—
উজনি সোঁতত মেলি ভটীয়নি ভূৰ ;
বিজয়ৰ তৃষা লৈ, গৌৰৱৰ কৰি অভিযান,
লুইত-পাৰত গালোঁ দৃপ্ত উচ্ছ্বাসত
আপোনাৰ বিজয়ৰ গান।
ভৰি দিলোঁ—অসমৰ সেউজীয়া দূৰবি বনত—
সেই দিনা—যি দিনা অসম-ৰাজ অসমৰ সিংহ-আসনত।
বতাহত উৰে মুক্ত অসমৰ পতাকা স্বাধীন,
প্ৰান্তে প্ৰান্তে বাজে মাথোঁ গৌৰৱৰ, বিজয়ৰ
মুক্তগীত বিৰামবিহীন।
সেই দিনা অসমত বিচাৰিলোঁ আপোনাৰ বল
মোগলৰ বিজয়ী শকতি,
দেখুৱাম অসমক বিশ্বজয়ী মোগলৰ অনিৰুদ্ধ গতি।
অসমৰ মজিয়াত মোস্লেমৰ মুক্ত-ৰাজ কৰিম থাপনা,
অসম আমাৰ হব, কামৰূপ হব মোগলৰ
কায়মনে কৰিলোঁ কামনা।
যিদিনা নামিলোঁ আহি অসমৰ সমৰ-থলীত,
মিনা-কৰা বনৰ বুকুত,
অসমৰ হেং-দাং জিলিকিল দুপৰৰ পূৰ্ণ আলোকত!
পুৰুষ-তিৰোতা আহি স্বদেশৰ স্বাধীনতা হেতু
থিয় দিলে ৰণ-প্ৰাঙ্গনত,
ৰণ-চণ্ডী মূৰ্ত্তি ধৰি স্বাধীন পুৰুষ-নাৰী
বুকু পাতি নামিল ৰণত!

ক'তনো লুকাল বল ৰাজপুতজয়ী মোগলৰ সবল বাহুৰ
অসমৰ সমৰ-থলীত,
ক'ৰ অত পালে বল অসমৰ সেনানীয়ে
শুকান সান্দহ আৰু পানী আঁজলিত !!
বিজয়ী অসমে গালে অসমৰ স্বাধীনতা গান
বিজয়ৰ গৌৰৱ আৰতি,
মোগলে এবাৰ পালে, শকতিৰ নৱ পৰিচয়
দেশ-প্ৰাণ, মুক্ত-প্ৰাণ, অসমৰ স্বদেশ ভকতি।
পৰাজিত মোগলৰ সেই দিনা পৰিল চকুত
অসমৰ বিনন্দীয়া ৰূপ,
ভক্তি-প্ৰেম সৌন্দৰ্য্যৰ খনি,
কাণত পৰিল আহি মুক্ত-প্ৰাণ অসমৰ
উচ্ছ্বসিত সঙ্গীতৰ সুমধুৰ ধ্বনি।
মোগলে উভতি চালে—
এয়েই অসম, চৌদিশে ধূসৰ পাহাৰ,
প্ৰতিটো বনৰ পাত জাংফাই, মিনা-কৰা, ৰূপ জাতিষ্কাৰ।
দূবৰিৰ পাতে পাতে মুকুতাৰ থোপা, গচকত ভাগে 'মৰকত',
হাতীৰ দাঁতেৰে কৰে খৰমৰ চুলা,
ভৰি ধোৱে পোৱালৰ ভৰা দলঙত।
বাঘ-নখ পিন্ধে খাৰু, ভৰিৰ আঙঠি, ম'হ-শিং পেঁপাটি বজায়,
হাঁহ-কণী, চাউলেৰে অসমৰ স্বৰ্গদেৱে দেউল সজায়।
নদীৰ বালিত ভৰা সোণ চেঁকুৰীয়া,
গুড়ি হয় গচকত ভাগি,
পুঠিয়ে কাণত পিন্ধে সোণৰ থুৰীয়া,
তেকুলীয়ে ফোট লৈ সজায় সুৰাগী ;
নিষ্কৰ্ম্মা ধোদৰ দলে বান্ধে ৰাজআলি,
দ'ল সাজে ঢালি পিঠাগুড়ি,

বাৰীত 'সাগৰ' খানি, ৰচে বননিত
ৰংঘৰ কাৰেঙৰ দীপ্ত স্বৰ্গপুৰী।
সোণৰ অসম ই যে, হীৰা-মণি-মৰকত ধূলিত বাগৰে,
মাটিৰ চৰুত জুখি, সোণ-চৰু, ৰূপ-চৰু দিয়ে ঘৰে ঘৰে।
মুখৰ মাতত সৰে মৰমৰ মউ,
গীত শুনি শিল পমি যায় ;
এয়েই অসম দেশ জগতত আৰু
এনুৱা অসম দেশ, এনুৱা ৰূপেৰে
নাই ক'তো নাই।...
মোহ গ'ল দূৰণিৰ বিদেশী মোগল
অসমত যেতিয়া দেখিলে সৰগৰ ৰূপ-বিনন্দীয়া,
অসমত বন্দী হ'ল, অসমৰ ৰূপ-গন্ধ
দৰৱ মোগল আহি হ'ল অসমীয়া॥
আহোম আমাৰ ৰজা, সেই দিন ধৰি,
মোৰ দেশ এই কামৰূপ,
অসমৰ হকে যুঁজি, অসমৰ হকে মৰোঁ,
জ্বলি ইযাতে শেষ হয় জীৱনৰ ধূপ।
সেই দিন ধৰি মই অসমৰ অসমীয়া,
ধৰ্ম্ম মোৰ, জাতি মোৰ অসমীয়া, প্ৰাণৰ আপোন
বিকশি উঠিল মোৰ অসমৰ দূৰৰিতে
নন্দনৰ বিনন্দীয়া সুখৰ সপোন।
জীয়াই থাকোঁতে মই এই পৃথিৱীত
চিৰদিন ইযাৰে অসমীয়া,
মৰিলেও অসমৰে মই।
মৰাৰ পিছতো যদি আহোঁ পুনু কেতিয়াবা
আহিম ইয়ালৈকে ঘুৰি,
স্মিৰিতিৰ ইতিহাস লৈ
অসমৰে অসমীয়া হৈ।

অসমীয়া ভাষা মোৰ, কথা মোৰ, গীত মোৰ,
অসমৰ প্ৰকৃতিয়ে ৰচা,
বিহগ কিন্নৰ য'ত শুনিলে নীৰৱ হয়
অসমীয়া গীত মোৰ হৃদয় ওপচা।
জনমৰ লগে লগে সুৱদি অসমী মাতে
—অসমীক চিঞৰিলোঁ—'আই',—
যিদিনা মুদিম চকু সিদিনাও 'যাওঁ' বুলি
কৈ যাম অসমীক দুওঁঠ কঁপাই।
সৰগত কেতিয়াবা থাকোঁতে সুখত ভোল
স্মৃতিহীন আলোক-পুৰত,
মৰতত কোনোবাই সুঁৱৰিলে নাম মোৰ
অসমৰ সুৱদীয়া ভাষাৰ সুৰত,
চিনি পাম, বুজি পাম অমৰণ সৰগতো
মোৰ এই ভাষা অসমীয়া,
সৰগৰ গীত এৰি, শুনিম দুকাণ পাতি
অসমৰ গীতটি সুৰীয়া।
জীৱনে-মৰণে মই চিৰদিন অসমীয়া,
অসমীয়া দেহ-প্ৰাণ-মন ;
জীয়াই থাকোঁতে মই অসমৰে অসমীয়া,
মৰিলেও বৰি লম—অসমৰ অমিয়া মৰণ।

# আমাক কোনে মাৰে ?

আমাক কোনে মাৰে ?
দৰ্প কৰি, গৰ্ব্ব কৰি, এই কথাকে মহাকালক
সোধোঁ বাৰে বাৰে ঃ
—আমাক কোনে মাৰে ?
মৰণ আমাৰ চৰণ তলত নত,
জীৱন আমাৰ অনন্ত জাগ্ৰত,
ধ্বংসজয়ী, মৃত্যুঞ্জয়ী আমি,
অনাগত জীৱন সৃষ্টিকামী ;
মৰণ আমাৰ ভয়ত পলায়
প্ৰাণৰ আঁৰে আঁৰে।
—আমাক কোনে মাৰে ?
হিংস্ৰ পশুৰ বন্য আৱাস
কৌটিকালৰ এই যে কামৰূপ,
মহাকালৰ বুকুত ৰচি উগ্ৰ নৃত্য-ৰূপ
আছিল কত কাল,
তাৰেই বুকুত পৰিল যিদিনা ভৰি,
আহিলোঁ মই স্বৰ্গ এৰি সৃষ্টি নতুন কৰি,
নতুন আলোৰ পোহৰ লাগি
ৰাঙলী হ'ল বন্ধ্যা ধৰাৰ গাল।
হাৰিল মহাকাল।
এই অসমক শুনালোঁ মই
জীয়াই থকাৰ বাণী,
স্বৰ্ণ-পীঠত, ৰত্ন-পীঠত
অমৰ প্ৰাণৰ, অসম প্ৰাণৰ
চৰণ আঘাত হানি।

শত যুগৰ উচ্চ-শিখৰ গিৰিমালাই
ললে মোকেই মানি ॥
কালৰ বুকুত পৰিল চৰণ ৰেখা,
সৃষ্টি আতুৰ লেখা।
মাটিৰ অসম কৰিলোঁ মই
সোণৰ সপোন ৰাণী,
অমৰণৰ, অভগনৰ গালোঁ অসম বাণী।
মোৰ কপালৰ ফোটত ধৰাই
নতুন সৃষ্টিৰ আলোক পালে দেখা।
শিল-মাটি-ধূলি লই
বিধাতাই ৰচি থলে
প্ৰাণহীন, ভাষাহীন, জনহীন ভূমি,
দ্বিতীয় বিধাতা মই,
সঞ্চাৰি নতুন প্ৰাণ,
দিলোঁ ৰূপ, দিলোঁ ভাষা, সৃষ্টিৰ উৰ্ম্মি।
মহাকালে ভয় খালে—আমি যে আহিলোঁ নামি
সোণৰ জখলা ধৰি সৰগৰপৰা,
আমি যে ৰচিলোঁ আহি শিল-বন-বলুকাত
নতুন সৰগ এক, নতুন অমৰা।
শিলনিয়ে বাট দিলে, বৰ নৈয়ে ঘাট দিলে,
মেঘালিয়ে দিলে মেলি ছাতি,
বাঘ-ঘোং কাষ চাপি, মজিয়াত মূৰ থাপি
দিলে মোৰ সিংহাসন পাতি।
বনৰীয়া হাতী ধৰি কৰিলোঁ লগুৱা,
বন-ৰজা ধৰি আনি ছিঙিলোঁ কোৱাৰি,
দলে দলে সিংহ-বৰা
নিজে আহি দিলে ধৰা,
মোৰেই ভয়ত ক'তো লুকাব নোৱাৰি।

হাতী-যুঁজ, বাঘ-যুজ বোলোঁ মই লৰা খেল,
　　　　ৰংঘৰ সাক্ষী আছে তাৰ,
মোৰ এটি পৰশতে ভস্মস্তূপ ভেদ কৰি
　　　　কামদেৱে পালে নৱ জীৱন সঞ্চাৰ
লুপ্ত-প্ৰাণ অসমক ময়েই শুনাই দিলোঁ
　　　　অমৰ ভাষাৰে—
মই যাক জন্ম দিলোঁ, মই যাক ৰক্ত দিলোঁ
　　　　তাক কোনে মাৰে ?
আহিল মোগল, মান, আহিল পাঠান,
আহিল শত্ৰুৰ কত হাতত কৃপাণ !
　　　　-মোক হেনো মাৰে !
মোক পৰাজয় কৰি মোৰেই হাতৰপৰা
　　　　ৰাজদণ্ড কাঢ়ে !

সকলোৰে ভাঙি দিলোঁ ভুল,
কৈ দিলোঁ মোগলক, কৈ দিলোঁ পাঠানক
　　　　কৈ দিলোঁ শত্ৰুক
নিব পাৰ ডাল-পাত, নিবে বৰ মূল।

　অসমীয়া মৰা নাই, অসমীয়া মৰা নাই,
　　　　কোনো কালে নোৱাৰে মৰিব,
লুইতৰ সোঁতে কব, অতীতৰ ভূতে কব
　　　　অসমীয়া চিৰঞ্জীৱ, চিৰদিন জীৱ।

বুক পাতি [illegible] শত মাৰ, শত খুন্দা,
　　　　টিলিকিত জিকি গলোঁ ৰণ,
নিজ-প্ৰাণ আগুৰাই ৰাখিলোঁ নিজৰ দেশ,
ৰাখিলোঁ বুকুত তুলি সিংহৰ আসন,
অঁকাক কৰিলোঁ ভাগ, ডফলাক দিলোঁ ঠাই,
মণিপুৰে হাত মেলি পাতিলে মিতুৰ,

মিচিমিৰ মেঠোনত উঠিলোঁ চাবুক মাৰি,
আবৰক বৰি ললোঁ বান্ধে বুকুৰ।
নগাই বঢ়ালে ঠগা অসম মিতাৰ ফালে
বৰাহী গৰাহ আনি যাচিলে মুখত,
পাঠানক থান দিলোঁ, মোগলক দিলোঁ ভোগ,
—অসমক মাতৃ বুলি পৰি ব'ল মনৰ সুখত।
জহুৰীয়ে চিনে হীৰা, শৰালিয়ে লগ,
মোগল-পাঠানে পালে অসমক চিনি,
সোণৰ অসম পাই শত্ৰুকও হ'ল ভাই,
তৰোৱাল আঁতৰাই বিদেশৰ অচিনাক
বুকুৰ মৰম যাচি ললোঁ মই জিনি।··
কাৰেং খহিল মোৰ, সিংহাসন লুপ্ত হ'ল,
গ'ল মোৰ স্বাধীনতা, গ'ল শৌৰ্য্য-ভোগ,
কালৰ ভ্ৰূকুটি লাগি হেৰুৱালোঁ ৰাজদণ্ড,
বিধাতাৰ অভিশাপ—ছত্ৰ-ভঙ্গ-যোগ !!
গ'ল ৰাজ্য সিংহাসন, স্বাধীন বিক্ৰম—
কিন্তু মোৰ নাই পৰাজয়।
এতিয়াও আছে মোৰ বুকুত স্বাধীন তেজ,
শৌৰ্য্য-বীৰ্য্য গৌৰৱ অক্ষয়।
আৰু শত কীৰ্ত্তিচন্দ্ৰে পোৰে যদি ইতিহাস,
শত মানে অসমন্ত ৰচে মৰিশালি।
তথাপিতো ৰম মই অতীত গৰিমা লৈ
চিৰঞ্জীৱ অসমীয়া বীৰৰ পোৱালি।
কতনো বীৰৰ দল আহি আহি ঘুৰি গ'ল,
মোৰ এটি মন্ত্ৰ লাগি
কত বীৰ হৈ গ'ল 'ভেড়া'।
মোৰ সেই ইতিহাস আজিও বুকুত আছে,
তাৰ কথা ভৰি আছে, সোঁৱৰণী পেৰা।

খহি যোৱা কাৰেঙৰ প্ৰতিটো ধূলিৰ কণা
আজিও আছে যে পৰি মোৰে তেজ লৈ,
এতিয়াও তলাতল বননিত পৰি ৰ'ল
অচিনাকি পথিকক অকলে আপোন মনে
সোঁৱৰাই মোৰ পৰিচয়।

পৰি আছে ৰাজআলি
অসমৰ বুকু ফালি,
দুয়ো কাষে বিয়াগোম গছ।
হাতী নাই, ঘোঁৰা নাই,
তথাপিতো ৰিঙিয়াই
কৈ যায়—হেৰ তই অসমৰে সঁচ।
গছে কয়, পাতে কয়, কেঁচুৱাৰ মাতে কয়—
ইতিহাসজয়ী তই হেৰ অসমীয়া,
মৰি মৰি ৰবি বাচি আপোন গৌৰৱ সাঁচি
প্ৰাণৰ ঐশ্বৰ্য্যভৰা মুক্ত তোৰ হিয়া।
শৰাইঘাটৰ ধূলি, লুইতৰ বগা ঘুলি—
হাদিবাৰ তেজৰঙা চকি,
আজিও চিঞৰি মৰে অসমৰ পৰিচয়,
সকলো যে অসমৰ বুকুৰ কটকী।
মৰি মৰি সাৰ পায় সকলোৱে ৰিঙিয়ায়, নীৰৱ ভাষাৰে,
ৰজামৈদামত সউ ক্ৰুদ্ধ বাণী উঠে বাৰে বাৰে—
—চিৰঞ্জীৱ অসমীয়া, তোক কোনে মাৰে ?
মোক কোনে মাৰে ?
আহক শত্ৰুৰু শত কালাপাহাৰৰ দল,
আহক শত্ৰুৰু শত গ্ৰাসৰ আশাৰে,
মোক কোনে মাৰে ?
মইতো নহওঁ মাথোঁ উদৰ-সৰ্ব্বস্ব এক,
ভেটিহীন ভাত-মগনীয়া,

কোনো দিনে শিকা নাই কেনেকৈ হাত পাতে,
জানো মাথোঁ দিব মই—মই অসমীয়া ॥
শতুৰুক দিছোঁ মই, মিতুৰক দিছোঁ মই,
ভিকহুক দিছোঁ বোজা বোজা,
কোনো দিন হোৱা নাই মোৰ ভঁৰালৰ উদি,
কোনোদিন শিংকা নাই—
হাত পাতি খোজা।
মই নগা, মই মিৰি, মই ফাকিয়াল,
মই খাচি, মই গাৰো, মই চাণ্ডাল,
বড়ো মই হিড়িম্বাৰ, ময়েই মটক,
মই মণিপুৰী ভাই, ময়েই লুচাই
আছো বেড়ি আই অসমক।
আবৰ, ডফলা, আঁকা, ময়েই মৰাণ
আহোম, মিচিমি মই, মোগল, পাঠান,
ময়েই টেলেঙা, গণ্ড, ময়েই নুলীয়া,
ময়েই খেতিৰ পোক মৈমনচিঙিয়া,
মই দ্বিজ, মই শূদ্ৰ, ময়েই বৈষ্ণৱ,
বুদ্ধ, মুছলিম মই, যীশুৰ ভকত মই,
তাতে মোৰ অমৰ গৌৰৱ।
মই ৰম অসমীয়া জয় জয় ময় ময়
শোষকৰ নাই ইয়াত ঠাই।
ভাই বুলি আহে যদি বুকুত সাবটি লম,
"খাওঁ" বুলি আহোঁতাকো যাচি দিম ঠাই।
ভয় নাই, ক্ষয় নাই, তই নাই, মই নাই,
নাই ধৰ্ম্ম সমাজৰ নিন্দা পৰকীয়া,
জগতত চিৰদিন বাচি ৰম সগৰ্ৱে,
চিৰদিন ডাঠি কম—'মই অসমীয়া'।
কোনো দিন নমৰিলোঁ, আজিও জীয়াই আছোঁ,

বাচি ৰম যুগে যুগে ভেদি মহাকাল,
আহক মিতুৰ হৈ, আহক শতুৰু হৈ
হয় ৰব ভাই হৈ, নতু ভেড়া পাল।
মোৰ ই কণ্ঠত আজি অমৰ যি বাণী জাগে
সেই বাণী অসমত ৰব বাজি চিৰকাল
সৃষ্টি প্ৰলয়ৰ আঁৰে আঁৰে—
মৃত্যুঞ্জয়ী অসমীয়া—মোক কোনে মাৰে ?
—মোক কৌনে মাৰে ?

## ক'লৈ পলাবি তই ?

হেৰেই গৰীয়া—
খিলঞ্জীয়া, যুগমীয়া,
সাতপুৰুষীয়া,
যাউতিযুগীয়া,
অসমৰ তই অসমীয়া !!
আজি তোৰ ভয়—
ভুলি গ'ই নিজ পৰিচয়,
নিজ জন্মভূমি এৰি থ'ই,
ভয়ত পলাই যাবি
বঙালৰ কঙালৰ
নিচিনা নজনা কোন
দূৰ দেশলৈ'ই ।
তোৰ নিজ ভায়ে
তোৰ ভেটি কাঢ়ি ল'ই
বাটৰ ভিকহু কৰি
খেদাই পঠাব তোক
নিঠৰুৱা ক'ই,
—তাতে তোৰ ভয় !
তেনে তই পাহৰিছ
যুগমীয়া তোৰ পৰিচয় !!
তই জানো অসমত আজিৰ আলহী ?
নাই নেকি ই দেশত
কোনো তোৰ অঙহী-বঙহী ?......
ঘৰে ঘৰে 'বুঢ়ী আই',
'ককাই', 'দদাই', 'ভাই'

গাঁৱে গাঁৱে 'খুড়ী', 'মাহী', 'পেহী',
'জেঠাই', 'আমৈ', 'ভনী',
'মিতা', 'সখি', 'আইজনী',
'বৰপাই', 'বাইটি', চেনেহী ॥
বামুণ শূদিৰ নাই,
সকলো আপোন ভাই,
জগতত আৰু ক'ত পাবি ?
চেনেহ ওপচা হাঁহি
মুখ গোলাপৰ পাহি
গুলায়েই আৰু কাক চাবি ?
তোৰ গাব সিৰে সিৰে
এতিয়াও বয় ধীৰে
আহোমৰ, কছাৰীৰ তেজ,
দ্বিজৰো তেজৰ গুণ,
মোগলৰ কেঁচা খুন
দুয়োটাৰে হ'লহি আমেজ !!
তোৰ আজোককা গিৰি
ইয়াতে ললেহি তিৰী,
বুঢ়ী আই ইয়াৰে গাভৰু,
দেশৰ সকলোবোৰ
মোমাই দদাই মোৰ
সেই কথা কিদৰে পাহৰোঁ।
'ফুকন', 'বৰুৱা', 'ভূঞা',
'মেধি', 'কুকুৰাচোৱা',
'হাজৰিকা', 'ফাৰ্চী-পঢ়িয়া',
'বৰবৰা', 'দা ধৰা',
'খনিকৰ', 'চেং ধৰা',
'নবীঘৰ', 'আজানঘৰীয়া' ॥

শেষ হ'ল খাত-পাম,
নাই ৰজা, আছে নাম,
পদৱীয়ে যাউতিযুগীয়া !!
মূৰত মথুৰা পাগ,
ওঁঠত গুৱাৰ দাগ,
চুৰিয়াৰ ফেৰমৰা পোন্ধ,
বাবৰিত তেল-টেঙা
পিন্ধনত চোলা এঙা,
হাঁচতিত কেতেকীৰ গোন্ধ ।
কোনে চিনে কোন তেওঁ,
কাৰ বঙহৰ দেও,
গৰীয়া নে মহাপুৰুষীয়া ।
যেয়ে দেখে সেয়ে জানে,
চালেই তুচকু টানে
সেইজন মোৰ অসমীয়া ।
হাতত জেতুকা বোল,
খোপাত কপৌ-ফুল,
কাণত থুৰীয়া মিনা কৰা ;
গামখাৰু, বৰমণি,
কঁকালত কৰধনি,
মুখৰ জেউতি তাতো চৰা ।
গাজৰ, মেজাঙ্কৰি,
সিংখাপ, বালিচৰী,
চঁছপাট, গুণাফুলবচা,
আঙুলি কপাহ জোলা,
তলুৱা কমোৱা তুলা,
বুকুখনি যৌৱন ওপচা ।
কাৰবা জীয়াৰী তাই ?

মজিয়া গুৱাই যায়,
দেখিলেই মন হৰি নিয়া ?
নামতো যে হয় ভুল,
'গোলাপ', 'তগৰ', 'ফুল',
'সেউতী', 'মালতী', তাই,
তাই অসমীয়া !!
চোতালত ঢাৰি পাৰি
নাতিনীৰ চুলি লাৰি,
বুঢ়ীয়ে জোনক খোজে তৰা,
শিয়ালীৰ কাণ কাটি,
বুঢ়ীয়ে লগায় বাতি,
কাঠৰ ঘোঁৰাত উৰে
কত ৰজা লৰা,
"·· ···কিছ্ নাই লগ পাই
কুঁজী ধামনী বাই
ঘোলে বছৰীয়া হ'ল······"
বুঢ়ীআয়ে মাছ ধৰে,
মূৰত জোনাক সৰে,
সাধু শুনা নাতিহঁত
কোলাতেই লাল-কাল গ'ল।
কোন তেওঁ বুঢ়ীআই ?
বেউলাৰ গীত গায়,
তেওঁ জানো জাতত পৰীয়া ?
সেই গীত, সেই মাত,
সেই মুখ, সেই দাঁত
সকলোটি মোৰ অসমীয়া !!
······আহিল মোগল,
জলে-থলে খলকনি

উজনীয়া ঢল।
যাঠি লৈ, লাঠী লৈ,
নিজ বুকু পাতি লৈ,
ময়েতো যুঁজিলো গৈ
মোগলৰ স'তে,
যতনা বিদেশী বীৰ
লাজত দোঁৱালে শিৰ,
হাৰি গ'ল মোৰেই হাতত॥
······আহিছিল মান—
অসমৰ মেৰঘৰ কৰি থানবান।
কতনা পলাল,
কতনা ঠানুৱা ডেকা
হাততে হেৰাল!
মইতো নগলোঁ এৰি
মোৰ মাতৃ, মোৰ নিজ ঘৰ,
—এই মোৰ আই অসমৰ।
অসমৰ হাবি-বনে
দুহাতে সাবটি মোক
ৰাখিলে লুকাই,
মৰিশালি অসমৰ
ময়েতো ৰখীয়া হৈ
ললোঁ আহি ঠাই!!
······আহিল ইংৰাজ—
বেপাৰী, বজাৰী, বুদ্ধিবাজ।
ছলেৰে হ'লহি আহি
মোৰ অধিৰাজ
সেই দিনা 'দেৱান'ৰ স'তে
'বাহাদুৰ' ওলাল লগতে,



পাৰোঁ যদি 'বঙালক'
কৰি দিওঁ বাজ !!
······আহিল জাপান—
নাম শুনি দূৰতেই
থৰথৰি বান।
নিষ্ঠুৰ সিহঁত মহা
নিৰ্দ্দয় পাষাণ।
অসমৰ বুকু এৰি,
এৰি থ'ই অসমৰ
পুতাইহঁতক,
পলাল পলোৱা যত
মাৰোৱাৰী, দেচুৱালী,
বঙালী, নেপালী,
- থক ইয়াতে অসমীয়া,
—মৰিলে মৰক !!
অসমৰ ধন লৈ
ৰঘুমলা ছিটিকি পলাল,
মোৰচোঁ মুখত ক'তা
'যাওঁ' বুলি এটিবাৰ
কথাটি নোলাল।
উৰে কত ফাইটাৰ,
লেখ জোখ নাই তাৰ
শতুৰু ওচৰ চাপে
বন্দুক টোঁৱাই,
মাটিকে সাবটি ধৰি
অসমীয়া ৰ'ল পৰি,
নপলাল সেইদিনা
কোনো গৰীয়াই !!

হেৰেই গৰীয়া,
হাড়ে হাড়ে তই অসমীয়া
আজি আই অসমীৰ
দুৰদিন আহিছে এতিয়া,
ভুলি গ'ই ভিন-পৰ,
ৰাখিব লাগিব ঘৰ,
নচলিব হব যদি তই পলৰীয়া
ঘৰ আজি ৰাখে কোনে ?
চ'তিত ধৰিছে ঘুণে,
বৰ-খুঁটা, লাই-খুঁটা
লৰক ফৰক,
সম্পদৰ আলহীয়ে
বিপদত পিঠি দিয়ে,
ধুমুহাত হলা ঘৰ
এৰি যায়—পৰিলে পৰক !!
বাহতুৰা, কেলেহুৱা,
শুনি সিহঁতৰ ভুৱা
তই এৰি যাবি আই-ভাই ?
দেশৰ পুতাই গলে
ৰাজপাট মোৰ হলে
ৰাজভোগ কোনে ভাল পায় ?
ভিন নাই, ভেদ নাই,
সকুলোটি ভাই ভাই,
যুগমীয়া অসমীয়া
হিন্দু—মুছলমান,
পাতত থাকক ভেদ,
জাতত নাইতো ছেদ,
হাতত মিলাই হাত

হয় আগুৱান।
দুখত 'আয়ৈ দেহি',
সুখত মুখত হাঁহি,
উছৱত সমান-ভগীয়া।
একে পুখুৰীৰ পানী
নিজ কলহত আনি
খাই আছোঁ, হাই নাইকিয়া।
একেই হাবিৰ খুঁটা
কাটি তাকে, কৰি দুটা,
এটাৰে মচিদ সাজোঁ,
ইটো নামঘৰ।
শঙ্খ-ঘণ্টা-ডবা-কাঁহ
চলি আছে বাৰমাহ,
লগে লগে পূত 'আজানৰ'।
তোৰ নৈ, মোৰ ঘাট,
তোৰ ঢাপ, মোৰ বাট,
তোৰ হাতী, মোৰ বৰ বিয়া।
তোৰ পিঠা, মোৰ বিহু,
তোৰ জেং, মোৰ তিঁহু,
তোৰ ভাৱৰীৰ সূতা,
তাৰে মোৰ চেলেং খনীয়া।
মূধে মূধে লগা ঘৰ
কোনে কাক ভাবে পৰ?
দাঁতত লাগিলে ভাত জানে,
তোৰেই বিলৰ মাছে
মোৰ মজিয়াত নাচে,
বাট এৰি দিয়ে মোক
তোৰ ধাননিৰ পকা ধানে

একে গাঁও, একে মাও,
একে বঠা, একে নাও,
একে কথা, একে গীত মাত
একে নাট, একে ভাও,
একে পিক্ষো, একে খাওঁ,
একেখনি বিহু-খোলা
হুয়ো একে জাত।
আজি বাৰু কেনেকৈ
সকলোটি এৰি থৈ
গুচি যাবি হেৰেই গৰীয়া ?
যুগমীয়া ঘৰ এৰি
ক'লৈ পলাবি লৰি,
কেনেকৈ নাম লবি—
তই পলৰীয়া ?
ৰাজনীতি ৰজা পতা
তলি-ফুটা, বৰ কথা
চলি থক, চলিয়ে থাকিব,
আইৰ আঁচল ধৰি
থাক তই ইয়াতে পৰি,
জগতত কোনে আৰু
নিজ বুলি তোক ঠাই দিব !
থাক তই যুগমীয়া
থাক তই হেৰেই গৰীয়া,
ইয়াতে বান্ধিবি আটি
জীৱনৰ তৰা গাঁঠি,
ইয়াতে কবৰৰ মাটি
জীৱনৰ চিন ঢাকি দিয়া।

## পাহৰাৰ জাত

পাহৰাৰ জাত !
কিনিব নোৱাৰা জীৱন বেচিলি,
হীন গোলামিৰ শিকলি কিনিলি,
পৰৰ শিৰত ৰঙা ফোট দিলি
কৰি নিজ মুণ্ডপাত।
জীৱনত কাৰো নেপালি আদৰ,
নিজেই নিজৰ হেৰুৱালি দৰ,
কৰিছ মাথোন নিতৌ পৰৰ
চৰণত প্ৰণিপাত !!

ঘৰৰ দেৱতা খেদাই পঠালি,
পৰৰ প্ৰভুক ভিতৰ চপালি,
তথাপিতো ক'তো এদিনো নেপালি
এষাৰি সাদৰি মাত।
নাই লাজ-অনুতাপ !
নিজ পিতৃ-মাতৃ ক'তেবা এৰিলি,
ক'ৰ বিদেশীক বৰ-পীৰা দিলি,
লাজমান ভুলি মাথোঁ চিঞৰিলি
—'হুজুৰেই মা-বাপ'।

নেলাগেনে লাজ হেৰেই বন্ধুৱা,
নিজ মাতৃ-পদ কৰি থ'ই ছুৱা,
নিজকেই তই দিছ নিজে ভুৱা
কৰিছ ভীষণ পাপ।

'হয় হুজুৰৰ দল'—
প্ৰভুৰ সেৱাত চিৰ অনুৰক্ত,
কুকুৰৰ দৰে ঘোৰ প্ৰভু-ভক্ত,
ভাবিছ নিজক অতি নেক্‌বক্ত
চুমি চৰণৰ তল,
—হয় হুজুৰৰ দল।

নিজৰ মূৰৰ পাগুৰি আগেৰে
মচিছ প্ৰভুৰ জোতা,
কলা পট্টৱাত নিজে পানী খাই
পৰক যাচিছ লোটা,
প্ৰভুৰে পাতত এৰি থৈ যোৱা
পৰিছে ভাগত যি গৰাহ ছুৱা,
তাৰেই লোভত সোমাই বন্ধুৱা
লিখি দিছ দাসখত
—হুজুৰৰ যিবা মত।

ক'ত বাৰু কোনে শুনিছে কাহানি
ধন মান যাচি প্ৰভু কিনি আনি,
চিৰদিন পিয়ে ভূভৰিৰ পানী
আপুনি গোলাম হৈ।
লোকৰ ভৰিৰ তলুৱাৰ ছাত
লোকৰ ভৰিত কৰি প্ৰণিপাত,
আৰু কতকাল থাকিবি ধৰাত
গোলামিৰ বোজা বৈ,
হেৰুৱালি ক'ত হস্তিনাপুৰ,
গৌৰৱ কীৰিতি মহেঞ্জোদাৰোৰ,
অশোক স্তম্ভ আজি তলমূৰ
ৰত্ন-স্বৰ্ণ পীঠ ক'ত ?

আসমুদ্ৰ জুৰি সহস্ৰ মন্দিৰ,
কোঁঠে কোঁঠে ঘেৰা সহস্ৰ শিবিৰ,
স্বাধীন চিতিয়া লাখে লাখে বীৰ
সকলোটি আজি ক'ত ?
পাহৰাৰ জাত—
পাহৰিলি গীত, পাহৰিলি মাত,
ছুৱা-পাতনিত বিচাৰিলি ভাত,
ক'ত থলি তোৰ মান ?
মৰাৰ কবৰ তাজৰ মহল
তাতো যে জীৱনে হাঁহে খলখল,
জীয়াই থাকিও হেৰ' ভীৰু দল
হেৰুৱালি ক'ত প্ৰাণ,
ক'ত থলি তোৰ মান ?
কত মহাদেৱ, কতনা সঞ্জীৱ,
কত আকবৰ, কত শিৱাজীৰ
সনা আছে ইয়াত বুকুৰ ৰুধিৰ
পৰাণ-বোলোৱাকৈ,
এই যে ভাৰত ৰাজ মৰিশালি,
জ্বলে আজি ইয়াত মৃত্যুৰ দীপালী,
আজি তাত আহি কোনে ধৰে চালি
গপে গৰৱিণী হৈ !
কোন দুৰ্ব্বাসাই দিলে অভিশাপ,
হিম হ'ল তোৰ তেজৰ উত্তাপ,
নিজ পৰিচয় দিলি নিজে গাপ
নিজক হেৰুৱালি,
তই যে স্বাধীন জাতি,
পাহৰিলি কিয় নিজ পৰিচয়,
পৰৰ হাতত ললি পৰাজয়,

গালি গৰৱেৰে গোলামিৰ জয়
আপোনাৰ নাক কাটি।
হেৰাল যিদিনা স্বাধীনতা ধন,
সিদিনাই কিয় নেৰিলি জীৱন
নকৰিলি কিয় সিদিনাই পণ—
নেথাকোঁ গোলাম হৈ,
থাকিলে জীয়াই থাকিম স্বাধীন,
নহলে মৰিম হলে পৰাধীন,
পৰ গোলামিত নকটাওঁ দিন
কুকুৰ জীৱন লৈ,
নেথাকোঁ গোলাম হৈ।
মোমাই নহয় দেশতোকৈ বৰ
দিম নিজ প্ৰাণ, নেৰোঁ নিজ ঘৰ
মোৰ হেং-দাং গঁড়ৰ ছালৰ
সন্মান যেন ৰয়।
হয়তো নিজক স্বাধীন কৰিম,
নহলে সাদৰে মৰণ বৰিম,
মুক্তি-ৰণত প্ৰাণ বলি দিম
—মৰণ নকৰোঁ ভয়
মৃত্যু কৰিম জয়।

# প্ৰেমৰ কবিতা

কাৰাগাৰ—
মুক্তিহীন যুক্তিহীন, ঘৃণ্য কাৰাগাৰ
শৃঙ্খলিত পৰাধীনতাৰ।
অজ্ঞাত প্ৰহৰী তাৰ ৰখি আছে শিলৰ দুৱাৰ,
নোসোমায় বেলিৰ পোহৰ,
নোসোমায় সুবাস ফুলৰ,
পঙ্কিল দুৰ্গন্ধ মাথোঁ লাগেহি নাকত আহি
পচা মৰা শ'ৰ।

দিনৰ পিঠিত দিন যাপি
চকুৰে নেদেখা সেই অদৃষ্টক মাথোঁ অভিশাপি,
বুকুৰ মাজত লৈ কাৰাৰ আন্ধাৰ,
বাট চাই আছো মাথোঁ
কোন দিনা হব পাৰোঁ পাৰ।

নেভাগে জানিছো কাৰা,
ভাগিব মাথোন মোৰ
মুকুতিৰ বাবে যুঁজা খীণ কামি-হাড়।
দ্বাৰহীন কাৰাগাৰ—মই বন্দী তাৰ॥
ওপৰত নীলাকাশ, ভৰিৰ তলত ৰঙা মাটি,
মোৰ পাখি হেঁচি ধৰি, বেঢ়ি চউদিশ
বন্দীত্বৰ নিৰ্ম্মম ভ্ৰূকুটি।
মুখত লেকাম আৰু পিঠিত চাবুক,
দুভৰিত লোহাৰ শিকলি।
শিৰৰ কেশৰ ধৰি প্ৰভু মোৰ উঠি আছে
ডিঙি-ওপৰত।

কাতি-কুতা নকৰি ভৰত
তথাপিতো যাব লাগে চলি।
বন্ধু—আজিৰ দিনত
তুমি বিচাৰিছা এটি প্ৰেমৰ কবিতা,
মৌ যেন মিঠা
জ্বলে য'ত জীৱনৰ যৌৱনৰ প্ৰণয়ৰ অমৰ শলিতা

বন্ধু, শুভাগত তোমাৰ আহ্বান,
কিন্তু হায় ভাগ্যৰ বিধান!
ক'ত আজি কবি আৰু ক'ত আজি প্ৰেম?
যৌৱনৰ পাৰ ভঙা প্ৰণয়ৰ ভাষা ক'ত?
ক'ত আজি ৰূপসীৰ বন্দনাৰ ছন্দ চাৰু হেম?

এই কাৰাগাৰ—
ইয়াততো নেবাজে ক'তা
পঞ্চম ৰাগিণী কাৰো বুকুৰ বীণাৰ।
আছে মাথোঁ ডুভৰিৰ শিকলিৰ জনজনি,
শিল আৰু হাতুৰীৰ চুমাৰ চিৎকাৰ।
-ই যে কাৰাগাৰ !!
ক'ত তুমি বিচাৰিছা গান,
সি যে হায় আজি মোৰ
যৌৱনৰ মহা অপমান।

ভৰিৰ তলত পৰি, সেই যে ক্ষুধিত দল
কৰি মৰে প্ৰাণৰ সন্ধান,
সিহঁতৰ আছে জানো গান?
পচা পোতাশাল—
তাতে মোৰ, মোৰ দৰে বন্ধুৱাৰ
গ'ল কত কাল।

তাতো তুমি বিচাৰিছা যৌৱনৰ ভাষা
—প্ৰেম আৰু কামনাৰ ভাষা ?
বন্দীক প্ৰণয়ে শোভা পায় !
বন্দীয়ে প্ৰেমৰ গীত গায় ?
শিলৰ প্ৰাচীৰ ভেদি বন্দীৰ চকুৱে জানো
ৰূপহীৰ ৰূপ সুধা চায় ?
হাতৰ হাতুৰী আৰু বাটৰ কাষৰ ক'লা শিল,
তাতে যাৰ জীৱন পচিল—
তাৰ আক' প্ৰেম ?
নকবা প্ৰেমৰ নাম
সি যে হায় অতিকে অশ্লীল ।
সুধিছা পাওঁনে চিনি জীৱনৰ বসন্ত-যৌৱন ।
আকাশত পাখি মেলি যেতিয়া ওপঙি ফুৰে মন,
ফুল আৰু সপোনেৰে যেতিয়া হিয়াই কৰে
—প্ৰাণৰ তৰ্পণ ।
পাওঁ চিনি—কিন্তু বন্ধু, বন্দীৰ যৌৱন—
চকুত নপৰে যাৰ ফাগুনৰ সৌন্দৰ্য্য নৰ্ত্তন,
তাৰ ডেকা হোৱা, তাৰ প্ৰণয়ৰ গীত গোৱা,
ৰূপহী গাভৰু লৈ তাৰ আক' হৃদয় জুৰুৱা ?
যাৰ তেজ শুহি শুহি অনাটন, অনশন,
দুখ আৰু মৃত্যুৰ কীৰ্ত্তন
—তাৰ কি যৌৱন ?
মোৰ দৰে শত শত বন্দী অভাগাৰ
চকুতে শুকায় নিতে তপ্ত অশ্ৰুধাৰ—
সীমাহীন ৰিক্ত বেদনাৰ,
কান্দি কান্দি বুকু ভাগে প্ৰকাশৰ নাই অধিকাৰ
হাতুৰীৰ মাৰ খাই শিলবোৰ ভাগে চন্ চন্
—তাৰ ওপৰত সৰে চকুপানী তাৰ,

হিয়াহীন শিলে বুজে ভাষা তাৰ
বিক্ত বেদনাৰ
—শিলভঙ্গা বন্দী অভাগাৰ।
পৰাধীন—
দাসত্ব-কাৰাৰ বন্দী, নিষ্পেষিত ওৰে ৰাতি-দিন,
নিজৰ মুখত নাই ভাষা,
নিজৰ কাৰণে নাই খুদ-কণ লভিবৰ আশা।
গঁৱালৰ সিংহৰ দৰে আপুনি গুজৰি মৰে,
অতীতক পুতি থৈ, ভৱিষ্যৰ স'তে খেলি পাশা।
মুক্তিহীন বন্দীত্বৰ এই অন্ধকুপ,
অগণিত নিষ্পেষিত মৰা শৱ এই মেজি-স্তূপ—
আৱেগ উৎসাহ নাই, পৰি আছে দ'ম খাই
অতীতক শেষ কৰি ভৱিষ্যৰ হৈ ভস্মযূপ,
গৌৰৱক গ্লানি কৰি, যৌৱনক জড়তাৰ
জৰীৰে মেৰাই।
গৰিমা গচকি ভাঙি
পৌৰুষৰ মূৰ ভাঙো হাতুৰী কোবাই,
তথাপিতো ৰৈছো জীয়াই।
আনৰ ভৰিৰ স'তে মূৰ মোৰ কৰিলোঁ সমান,
নোৱাৰিলোঁ যৌৱনৰ ৰাখিব সন্মান,
—পৌৰুষৰ নগ্ন অপমান।
তথাপি বান্ধৈ মোৰ লাগে যদি প্ৰেমৰ কবিতা,
লাগে যদি প্ৰণয়ৰ গান,
মনৰ ৰঙেৰে তুমি হাতত হাতুৰী লোৱা,
ভাঙি দিয়া কাৰাৰ পাযাণ।
আছে যদি শকতি তোমাৰ—
ভাঙা, ভাঙি দিয়া এই কাৰাগাৰ—
নিষ্পেষণ, নিৰ্য্যাতন, পৰাধীনতাৰ।

# আৰিমূৰীয়াহঁতৰ উদ্দেশ্যে

আজিৰ নহয়, কোনোবা কালৰে
এই পৃথিৱী আৰিমূৰীয়াৰ দেশ,
মোৰ এইখন—আৰিমত্তৰ দেশ,
পিতৃহন্তা আৰিমত্তৰ পিতৃকুলৰ তেজ ৰাঙলী
পাপী-পাতকীৰ দেশ।
নিচিনি বধিলে পিতা,
তাৰেই পাতকে পূজাৰ হোমত
জ্বলালে শ্মশান-চিতা,
পিতৃহন্তা আৰিমত্তৰ বুকুত জ্বলালে চিতা।
দান-দক্ষিণাৰ চক চক সোণ,
নাৱে নাৱে ভৰা চকলা ৰূপ।
পালেৰে এপাল গোহালিৰ ধেনু,
অৰ্ঘ্য-কোষাৰ মেজি-স্তূপ,
বুকু দহি নিয়া শোক অনুতাপ,
দুচকুৰে বোৱা পিগলা তেজৰ নৈ,
পৰাচিত মাগি পিতৃবধীয়ে
কৰিলে কাকুতি দুৱাৰে দুৱাৰে গৈ।
পৰ্ব্বতাকাৰ, পূজা-উপচাৰ,
হাতী তল যোৱা হোমৰ ঘিউৰ কুঁৱা;
মাহ-পৰসাদ গেলি গুৱাদানি,
নুছুলে কোনোৱে—
সি যে পিতৃবধীৰ পৰশ লাগি ছুৱা!
দক্ষিণাৰ বিত তাতে পৰি ৰ'ল,

বান্ধত শুকাল পালৰ বলধ-ধেনু,
পূজা-উপচাৰ দ'মতে জহিল,
পূজাৰী নোলাল কোনো।
পিতৃবধীৰ পাপ মোচনৰ
পূজাৰী নোলাল কোনো।
দুৰ্ভগীয়া আৰিমত্ত, পিতৃবধী, অভিশপ্ত
উটাওঁ বুলি নিজৰ পাতক ভাৰ,
দিলে উটাই দিখৌৰ পানীত
পূজাৰ ধন, পূজাৰ সোণ
পূজাৰ উপচাৰ,
দ্বিজ-বামুণৰ হাত নলগা
পাপীৰ পূজাৰ ভাগ,
লাগিছে য'ত পিতৃবধীৰ কলুষ হাতৰ
কলুষ ছুৱাৰ দাগ,
কোন সতেৰে দিখৌ নৈয়ে
গ্ৰহণ কৰে এনে পূজাৰ ভাগ?

বকবকনি উঠিল দিখৌৰ
উভতি বলে দিখৌৰ কোবাল পানী,
আৰিমত্তৰ পূজাৰ ভোগ
দিলে দলিয়াই সোঁতে-পাৰলৈ আনি।

পিতৃবধীৰ নহ'ল পৰাচিত,
দ্বিজে নলয়, জুয়ে নলয়,
নৈৰ পানীয়ে নলয় পাপীৰ বিত।

অভিশপ্ত, মহাপাপী
আৰিমত্তৰ নগ'ল মনস্তাপ,
চিন-নোপোৱা পিতাক বধি
মচ-নোযোৱা লাগিল মহাপাপ!!

আজিও আছে সেই পৃথিৱী
সেই পুৰণি দেশ,
আছে দিখৌ, আছে লুইত
হোৱা নাই একো শেষ।

পিতা আছে, পুত্ৰ আছে
আছে বংশ-জাতি-কুলৰ মান,
মাজত আছে সোঁত নিছিগা
শত-শতিকাৰ দীঘল ব্যৱধান।

তাৰ লগতে আছে আজিও
আৰিমত্ত—হিংস্ৰ, পিতৃবধী,
আজিও আছে ভোগ দলিওৱা
সেই পুৰণি দিখৌ, দিচাং নদী।

আৰিমত্ত আজিও আছে হাতত খড়্গ লৈ,
ভৰিৰ তলে যায় বাগৰি
পিতৃ-বুকুৰ, ভ্ৰাতৃ-বুকুৰ, ৰঙা তেজৰ নৈ

আৰিমূৰীয়া নৰঘাতীয়ে
জানি-শুনিও—নিতউ বধে পিতা,
নিতউ ৰচে এই জগতত
নিহত দলৰ চিতা।

খড়্গতলৰ নিৰ্ব্বলীয়ে ভিক্ষা কৰে প্ৰাণ,
কৰে কাতৰ তুতি,
খড়্গ তুলি আৰিমত্তে হাঁহে বৰ্ব্বৰ হাঁহি
দুৰ্ব্বল পৰে লুটি।

বলীৰ স'তে বলীৰ নহয়,
আৰিমত্তই যুঁজে প্ৰজাৰ স'তে,
ডাল-দুখীয়া নিঃস্ব প্ৰজাৰ স'তে

ধূলিত পৰি কান্দি মৰে
বধ্য ভূমিৰ দুৰ্ভগীয়াহঁতে,
—বুকু খুলি হাঁহে আৰিমত্তে।

পাপক আজি পাপ নুবুলি,
নৰবধক পাতি লবাৰ খেলা,
তেজ-বলিয়া আৰিমত্তৰ দলে
সুখৰ সোঁতত দিছে উটাই ভেলা।

হত্যাকাৰীৰ দল—
পিতা-মাতাৰ, বৃদ্ধ-যুৱাৰ
তেজৰ যজ্ঞ পাতি
পাইছ বুকুত বল।

দুৰ্ভগীয়াৰ কান্দোন শুনি
অন্নহীনৰ বুকুৰ শোণিত শুহি,
জগৎখনক উছন পেলাই
গৈছ ঢাঁহি-মুহি।

নৰমেধ যজ্ঞ পাতি
মধুৰ সংসাৰ কৰি মৰিশালি
নিলাজ তই মৰিশালিত
হাঁহিঁ-মাতি কৰ অতপালি।

হেৰ', ক'ত আছে তোৰ পূজাৰ সমল,
কিহেৰে তই হবি পৰাচিত,
কোন দিখৌৰে লবনো তোৰ
আনৰপৰা কাঢ়ি লোৱা বিত,
কোননো দ্বিজৰ পাবি পাদোদক ?

কোন গোসানীৰ ভৰিত সেৱা কৰি
নৰঘাতক, ৰক্তপায়ী যাবি জগৎ তৰি ?

হেৰেই আৱিমত্ত—
ৰক্তহীনৰ ৰক্ত শুহি কৰিছ ছট্‌ফট্‌
তোৰ পৰাচিত নাই,
কোনো দিখৌৰে নলয় পূজা,
কোনো গোসানীৰ ভৰিৰ তলত
নহয় যে তোৰ ঠাই,
পিতৃবধী, ভ্ৰাতৃবধী, মাতৃবধী, শান্তিবধীৰ,
কোনো লোকত
কোনো পৰাচিত নাই।

# জবান খোল

জবান খোল,
জবান খোল,
মৌন হেৰ, স্তব্ধ হেৰ, হেৰেই বোবা,
কণ্ঠ খুলি নতুন বাণীৰ
তুফান তোল।
—জবান খোল।

নৱ-জবানীৰ জোৱাৰ উঠে,
খুন্-খাৰাবীৰ আয়ুস টুটে,
পায়গাম আনে নতুন দূতে-
—'বান্ধোন খোল।'

মিনাৰ-চূড়া উঠক নাচি,
চেতনহাৰা উঠক বাচি,
খোদ-ফৰোছৰ সুপ্তি নাশি
উঠক ৰোল—
'জবান খোল।'

ভৰিত শিকলি,
কণ্ঠত তোৰ গোলামিৰ গলাবন্ধ,
মূৰত টাঙোন, বুকুত চঙিন,
পথত কণ্টক বন।

তথাপিতো তই মূক !
তথাপিতো তই বাক্যবিহীন
( তোৰ ) স্পন্দনহীন মুখ !

তথাপিতো তই নীৰৱে সহিবি
তেজ পানী হোৱা, হাড় গুড়ি হোৱা নির্য্যাতন
তথাপিতো তই ৰাখিবি ডিঙিত
গোলামিৰ গলাবন্ধ !
যুক্ত-কৰৰ ৰক্ত আৰু নাই।
মুক্ত হোৱাৰ দিন চৰি যায়।

( আজি ) শক্ত বাহুৰ ৰক্ত হেৰাই
ভক্ত গোলাম তই,
আৰু কতকাল বাক্যহাৰা ?
আৰু কতকাল আপোনহাৰা ?
বাহিৰ ওলা, ভাঙি দে কাৰা
— আজাদ হৈ,
মুক্ত প্ৰাণৰ, মুক্ত গানৰ
আজান কৈ,
হেৰেই মোৰ্‌দা দিল
কণ্ঠবিহীন, বাক্যহাৰা, নীৰৱ শিল,
কফন চিৰি, কবৰ এৰি
—বাহিৰ ওলা,
সউ সমুখত আব-হায়াতৰ
দুৱাৰ খোলা।
জীয়াই থকাৰ জিন্দা ছাৱাৰ
এঢোক গিল
—জিন্দা দিল।

সউ পুৱালিৰ দুৱাৰ-ডলিত
নিদ্ৰাবিহীন ইস্ৰাফিলে
গোৰস্থানৰ মোৰ্‌দা দলক
সজাগ হোৱাৰ না'ৰা দিলে—

"উঠ জাগি ঠউ,কিয়ামত গ'ল,
ব'ল আগুৱাই সময় নাই,
হছৰৰ সউ মহা ময়দান—
ৰ'ই আছে তোৰ চাই অভিযান,
বিচাৰি ল তোৰ আপোন কাফিলা,
বিচাৰি ল তোব আপোন ঠাই।"

এই বেলি তোৰ নিজ ভুলি দে,
এই বেলি তোৰ শিৰ তুলি দে,
নিজ পৰিচয় বীৰ,
জোৰচে পোকাৰ হাইদৰী হাক
বিশ্বে শুনক তোৰ সেই ডাক
এই বেলি তোৰ খুলি যক পাক
খুলি যক তক্দীৰ।

জবান খোল
জবান খোল
জেহাদ চুক্ক, ঝাণ্ডা তোল,
তোৰ কাফিলাৰ মিছিল খাড়া,
গাফিল হেৰ নকৰ ভুল,
এই কাৰবালা তয়েই জিনিবি,
ছহিদ্ নিচান তয়েই কিনিবি
গোৰস্থানত তয়ে আনি দিবি,
জীৱনৰ জয় বোল
—জবান খোল।



# ভাঙি দে

ভাঙি দে—
ভাঙচোন ভাঙি দে।
ভাঙি দে প্ৰাচীন কাৰাৰ প্ৰাচীৰ,
অত্যাচাৰীৰ, সৰ্ব্বনাশীৰ
যুগে যুগে তোক ঢাকি ৰখা এই
ভুল আৱৰণ দাঙি দে,
ভুলৰ প্ৰাচীৰ ভাঙি দে,
ভাঙচোন ভাঙি দে।

যুগে যুগে তই ভুল সাঁচি সাঁচি,
ভুলৰ কাৰণে মৰি মৰি বাচি
নিজৰ কবৰ নিজে খানি তই মৰিলি ;
নিজ হাতে ৰচা ভুলৰ পাহাৰ
দিলি তাতে তেজ আপোন হিয়াৰ,
পূতিগন্ধময় আৱৰ্জ্জনাৰ
সোণৰ দেউল গঢ়িলি।

আজি তাক ভাঙি দে,
ভ্ৰান্ত পূজাৰ, ভুল দেৱতাৰ
বিলাস আৰাম ভাঙি দে,
ভাঙচোন ভাঙি দে।

ভাগি যক—
এই পৃথিৱীৰ বুকু ৰাজহাড়
ভাগে যদি ভাগি যক।

হয় যদি হক কিয়ামত,
তোৰ হাতুৰীৰ মাৰৰ তাপত
নদী পৰ্ব্বত, সাগৰ মৰুভূ
আকাশ পৃথিৱী একে হক,
—যায় যদি ভাগি যক।

যত অনিয়ম গচকি গচকি,
পৃথিৱীৰ বুকু খচকি খচকি,
—যা
শেষ হৈ যক পীড়ক, শোষক,
শেষ হৈ যক আধা মৰা এই
পচা মানুহৰ দল।

পৰাটো পৰক, মৰাটো মৰক
অত্যাচাৰীৰ বুকুত বহুৱা
জোল্-ফিক্কাৰৰ ঘা।

অত্যাচাৰীৰ তেজৰ হুতাহ,
ক্ৰুৰ জালিমৰ খুনৰ পিয়াহ,
মূলতেই শেষ হক।

ধৰ্ম্ম সমাজ শেষ হৈ যক,
মন্দিৰ মচজিদ একাকাৰ হওক,
ৰয় যদি এই ভস্মৰ বুকুত
মহা মানৱতা বাচি ৰক।

নীতি-নিয়মৰ, বাধা-নিষেধৰ
পুৰণি বান্ধোন ছিগি যক,
মানৱতা বাচি ৰক।

তোৰ ভাঙনৰ নতুন সুৰত
খহি যক মহাকাশ,

ওলাই পৰক আৱৰণহীন
বিধতাৰ বাহু পাশ,
—ঘটক সৰ্ব্বনাশ।

থহি থক যত পুৰণিকলীয়া
গ্ৰহ-নক্ষত্ৰৰ দেশ,
ওলাই পৰক মানুহৰ খোদা,
লুকালুকি হক শেষ।

মোল্লাৰ ঘোলা চচমাৰ ফাকে
নেলাগে জুমিব সাত সৰগৰ ছায়া,
ধোঁৱাজালে ঘেৰা আৰছ কুৰ্চিৰ
মেলি দে দুৱাৰ,
শেষ হক ভুল মায়া।

তাগকুৱা সউ আচহাব কহফ
এতিয়াও গহ্বৰতে—ভাগৰত লালকাল,
জগাই দে, উঠক সজাগি
ফালি ঘুমটিৰ তন্দ্ৰাজাল।
সাত আস্মানৰ অন্ধ কুঁৱলী
এই বেলি তই দুয়োহাতে ধৰি ফাল।

দুচালে উকথা পঁজাত সোমাই
দেখে স্বৰ্গৰ স্বপ্ন,
নিজ জুহালত খুদ-কণ নাই,
চকু মুদি মুদি কোঁচত ভৰায়
জন্নতৰ মহাৰত্ন।

হুৰ্ অপ্সৰাৰ দেখিছে সপোন,
ঘৰত অনাথ মাতৃহাৰাৰ জাক,
মজিয়াত নাই ঘটী-বাটি এটি,
পিয়ে বহি বহি অমৃতৰ মৌচাক।

সপোন-বিভোৰ হতভাগা এই
কঙাল দলক জগাই দে,
সিহঁতৰ এই সুখ সপোনৰ
সোণৰ পুৰীত
দপ্ দপ্ কৰে পুৰি নিয়া জুই লগাই দে।

এই ছুনিয়াক 'মায়া' বুলি ঠেলি,
এই জীৱনেৰে মিছা জুৱা খেলি,
পুণ্যৰ টোপোলা বোকোচাত বান্ধি
সৰগ বিচাৰি মৰে,
প্ৰভুৰ কাষত কৰে মুনাজাত—
'দেখুৱাই দিয়া বৈকুণ্ঠৰ বাট'
ইফালে ক্ষুধিত শিশুৰ কান্দোনে
ঘৰত নৰক গঢ়ে।

স্বপ্ন-বিলাসীৰ দল,
চা চকু মেলি সপোনতে তোৰ
যুগ যুগান্তৰ কাটি গ'ল।
'বিহিস্ত' আজিও বহুত দূৰত,
'মায়াৰ' ছুনিয়া আজিও তোকেই
গচকি গচকি বাচি ৰ'ল।

ধৰ্ম্মৰ পোছাক পিন্ধি,
দিন ছুপৰত খোদাৰ ঘৰত
দিছেহি গোপনে সিন্ধি।
মুখত খোদাৰ যশ-গুণ গাই,
ভাই মানুহক ঠগি শুহি খাই
ধৰ্ম্মৰ বেপাৰ কৰে।

বিহিস্তৰ চাবি জেপত সুমাই
কয়—ছুনিয়াত কোনো কাম নাই,

বিনা আৰ্জ্জনে খোৱাৰ লোভত
'ফকিৰৰ' ভেশ ধৰে।

অত্যাচাৰক বোল আশীৰ্ব্বাদ,
শোষণক বোল শান্তি,
গৰিব হোৱাত গৰ্ব্ব অসীম!
নগ'ল আজিও ভ্ৰান্তি !!

শোষণ চলিছে, কেৱল শোষণ,
বলীৰ শোষণ, ধনীৰ শোষণ,
শক্তিমানৰ শোষণৰ মহাত্ৰাস।

হেৰেই গৰিব মজ্‌লুম্ দল
জাগি উঠ আজি, শেষ কৰ এই ভাগ্যহীনৰ ইতিহাস।
জগাই দে,
জনাই দে—
গৰিবে নেপায় জন্নত বিহিস্ত,
—গোলামে নেপায় নূৰাণী হুৰ,
ইপুৰীতে যাৰ নভৰিল পেট
সিপুৰীতো তাৰ নহয় পূৰ।

বিহিস্ত পিছত পাবি,
জীয়াই থকা এই তুনি দিন
ঠিক কৰচোন ৰাতি শেষ হলে
পুৱালই কিটো খাবি।

ভাতৰ কাৰণে 'ঈমান' বেচিলি,
পেটৰ কাৰণে মান,
তয়ো বিচাৰনে জন্নত বিহিস্ত
হেৰেই মূৰুখ-প্ৰাণ!
শোষণ মুক্ত, শাসন মুক্ত
আজাদ মানুহ আজাদ প্ৰাণ

তাৰ কাৰণে হে সৰগৰ সুধা
তাৰ কাৰণে হে হূৰ গীল্‌মান।

সময় উকলি যায়,
'এই দুনিয়াত, এই দুনিয়াৰ
মানুহ হোৱাৰ সময় উকলি যায়।

অত্যাচাৰক মূৰ পাতি লৈ,
পৰ-গোলামিৰ ভাৰবাহী হৈ,
গোলামে নেপায় আজাদীৰ স্বাদ,
ক'তো তাৰ ঠাই নাই !!

নিজ পৰিচয় যেয়ে হেৰুৱায়,
নাই তাৰ খোদা, নাই তাৰ ঠাই,
মানুহ হৈয়ো যি নহ'ল মানুহ,
—সি যে সৃষ্টিৰ অপমান।

এই মূক, খোৱা, অন্ধদলক
পঙ্কৰপৰা তুলি আন।
সিহঁতৰ সেই পুৰণি পৃথিৱী
ভাঙি গুড়ি কৰি উৰুৱাই দে,
নীৰৱ কণ্ঠৰ ভাষা উলিয়াই
নৱ মানৱৰ নতুন বাণীৰে
পৃথিৱীৰ বুকু পূৰাই দে।

আজিও বাহুত শকতিৰ ধাৰা
শেষ হোৱা নাই তোৰ,
বীৰৰ বীৰ্য্য ৰক্তধাৰাত আছে এতিয়াও অসীম জোৰ।

এতিয়াও তোৰ হাতৰ 'আছাত' মূছাৰ মোজেজা আছে,
এতিয়াও তোৰ তেজাল চকুত
শত ইউচুফৰ ৰূপৰ নূৰানী নাচে,

এতিয়াও জুয়ে ফুলনি ৰচিব,
তই যে অগ্নিদাহী অমৰ ইব্ৰাহীম।
মহাপ্লাৱনৰ জোৱাৰত বহি
এতিয়াও তই বচাবি সৃষ্টি,
দেখুৱাই দিবি চিৰাতুল মোস্তকীম।
তই মাথোঁ চকু মেল,
তই মাথোঁ উঠ সপোন পেলাই থৈ,
এটিবাৰ মাথোঁ আৱৰণ ছিৰি
বিচাৰি ল তোৰ আচল পৰিচয়,
সাচ্চা মানুহৰ সাচ্চা পৰিচয়।
বাঘৰ পোৱালি ছাগ হৈ আৰু
কত কাল দিবি নিজৰ ডিঙি,
মেচ্‌মাৰ কৰ তেজপিয়া দল,
জাগি উঠ তই ভুল আৰামৰ
ভ্ৰান্ত বান্ধোন ছিঙি।
শক্তিৰ তোৰ শেষ নাই,
তই জাগ, তই জাগ।
ভয়-ভাবনাক পিছ কৰি থৈ,
ব'ল আগুৱাই, বাঢ় আগ।
পীড়িত বিহ্বল অনাথ আদম
স্বৰ্গচ্যুত হৈ মাটিত চুঁচৰি ফুৰে,
আন্ধাৰত পৰি পোহৰ বিচাৰি ঘুৰে।
কোটি আদমৰ চকু ঢাকি ৰখা
আন্ধাৰৰ সেই আৱৰণ দাঙি দে,
সিহঁতক সেই গুহি খাই থকা
জালিমৰ মূৰ গুড়ি কৰি ভাঙি দে।
মৰক পুৰাণ, নকৰিবি আৰু
কুৰ্ণিচ, কৰপুট,

নিজকেই তই ভাঙি শেষ কৰি
নৱৰূপ লৈ জাগি উঠ।
—মানুহৰ দৰে জাগি উঠ !!
ভাঙি দে—
মৰিচাই ধৰা পুৰণি পৃথিৱী
গচকি গচকি ভাঙি দে।
নতুন সৃষ্টিৰ ৰঙীণ পতাকা
দুনিয়া-আস্মান একাকাৰ কৰি
দুয়ো হাতে ধৰি দাঙি দে।
—ভাঙচোন, ভাঙি দে !!

# কোৰ্‌বানি

উত্তাল ঝঞ্ঝা !
দিশে দিশে কোহ্‌-ক্বাফ্‌ তিমিৰৰ পাঞ্জা !!
সত্যৰ চিতা জ্বালি দিশে দিশে দিশাহাৰা
নাচি উঠে নগ্ন অসত্য,
স্বাৰ্থৰ উৎসৱ, সত্যৰ মৰা শৱ,
কুফ্‌ৰিৰ উঠে ধ্বনি,
জুৰি বায়ু, ভৰি ব্যোম,
ভৰি কলুষিতা-ভৰা মৰ্ত্ত্য ।
ঘৰে ঘৰে মূৰ্ত্তি, ঘৰে ঘৰে দেৱতাৰ দ্বন্দ্ব,
স্বাৰ্থৰ দুন্দুভি, প্ৰাণে প্ৰাণে মহালোভী
কামনাৰ অভিযান,
বাসনাৰ প্ৰাণত্ৰাসী ছন্দ !!
স্বাৰ্থ, স্বাৰ্থ, স্বাৰ্থ
ম্লানমুখ তৌহিদ, পথহাৰা মানৱতা,
পথ খুজি ঘুৰি মৰে আৰ্ত্ত ।
'কোৰ্‌বানি কৰ'—
তিমিৰ আন্ধাৰ ফালি
নতুন শিখিকা জ্বালি
নামে নৱ বাণী সৰগৰ—'কোৰ্‌বানি কৰ' ।
'কোৰ্‌বানি কৰ'—
খোদাৰ নামত তোৰ,
খোদাৰ কাৰণে আজি—
কোৰ্‌বানি কৰ ।

তোৰ যত বস্তু মৰমৰ
আজি তই কোৰ্‌বানি কৰ

সৰগৰ বাণী—
সৰগৰ এই হাতছানি—
"তোৰ যত প্ৰিয় আছে
খোদাৰ নামত আজি
সত্যৰ নামত আজি,
হাঁহি মুখে কৰ কোৰ্‌বানি।

বলি দে—
খোদাৰ কাৰণে তোৰ
সত্যৰ কাৰণে তোৰ,
ত্যাগ মায়া, ত্যাগ মোহ,
ত্যাগ স্বাৰ্থ,
মোহৰ সপোন দলি দে।
খোদাৰ নামত বলি দে !!

গোহালিৰ গৰু-উট,
ভঁৰালৰ সোণ-ৰূপ-ধন,
খোদাৰ নামত দিবি ?
সি যে ক্ষুদ্ৰ, সি যে অকিঞ্চন !

বুকুত সুমাই ৰাখি
কামনাৰ হিংস্ৰ পশু
বাসনাৰ অগ্নি লেলিহান,
দিবি তই এই বলি ?
দিবি তই হীৰা-বস্তু দান ?

সিতো নোহে দান, সি যে
তিয়াগৰ মহা অপমান।

দে দান মাল-জান,
ত্যাগি মায়া, ত্যাগি মোহ,
ত্যাগি স্বাৰ্থ কামনাৰ স্বপ্ন—
হাঁহি মুখে দে বলি
পৰিবাৰ-প্ৰিয়জন,
দে বলি প্ৰিয় পুত্ৰ ৰত্ন।”

ক্ষুৰ-ধাৰ তৰোৱাল
ৰঙত উঠিল নাচি,
পিতাৰ চকুত নাচে ত্যাগৰ গৰিমা,
জননীৰ হাঁহি মুখ,
পুত্ৰৰ অপাৰ সুখ,
পিতাৰ হাতত আজি
পুত্ৰই এৰিব প্ৰাণ,
চাপিব খোদাৰ কাষ
ফালি এই স্বাৰ্থভৰা জগতৰ সীমা···

বহু শ বছৰ আগে
হ'ই গ'ল এই কোৰ্‌বানি,
বহু শ বছৰ আগে, মানৱে দেখালে তাৰ
ত্যাগৰ গৰিমা মহা,
পুত্ৰৰ ডিঙিত ছুৰী হানি।

তাৰো পাছে কতবাৰ
সৰগৰ এই বাণী
মানৱৰ পৰিছে কাণত—
“পৰিজন-পৰিবাৰ, কৰি থৈ পৰিহাৰ
কোৰ্‌বানি কৰ তই”—
এই বাণী বাৰে বাৰে বাজিছে প্ৰাণত।

কাৰবালাই শুনিছিলে
এই অমৰণ বাণী,
শুনিছিলে ওহোদ, বদৰে,
আজিও বাজিছে নিতে
মানৱৰ প্ৰাণে-চিত্তে
উঠিছে ত্যাগৰ ডাক
বিশ্ব-মানৱৰ ঘৰে ঘৰে।

দিশে দিশে আজিওতো
জ্বলে বাসনাৰ জুই,
স্বাৰ্থ-হিংসা-বিদ্বেষৰ শিখা,
দয়া নাই, মায়া নাই,
ত্যাগ নাই, দান নাই,
চলে ধনী দানৱৰ, চলে ক্ৰূৰ স্বাৰ্থান্ধৰ
শোষণ-পীড়ন বিভীষিকা !!
আজিওতো মানুহৰ বুকুৰ তেজেৰে হয়
বসুধাৰ শ্যাম বুকু ৰঙা,
পীড়িতৰ কেঁচাখুনে আজিওতো দুনিয়াৰ
বুকু ধৰে ছানি।

খোদাৰ কাৰণে এই বলি ?
সত্যৰ কাৰণে এই মানুহৰ প্ৰাণ লৈ
এই হানা-হানি ?
এই খেল ত্যাগৰ নহয়।

স্বাৰ্থান্ধ মানুহে আজি
নৰমেধ যজ্ঞ পাতে,
এমুঠি ভাতৰ বাবে,
এখানি শক্তিৰ বাবে,

এচমকা ভূমি হেতু
ভস্মীভূত কৰে লোকালয়।
মানৱতা মূক আজি!
দানৱৰ চলে অভিযান,
মদগৰ্ব্বী শোষকৰ চৰণ-তলত আজি—
গৰিব কাতৰি মৰে,
গৰিবৰ জ্ঞান কোৰ্‌বান।

যাৰ নাই, তাৰ নাই,
যাৰ আছে তাক আৰু লাগে।
ধনিকে বান্ধিছে আজি আকাশ পৰশা দ'ল
সৰ্ব্বস্বান্ত নিঃস্বদলে
ভৰিত সাবটি ধৰি
প্ৰাণ-ভিক্ষা মাগে।

আজিওতো কোৰ্‌বানিৰ ঈদ।
আজিওতো প্ৰাণ খুলি দান দিয়া ত্যাগৰ উৎসৱ।
খোদাৰ ৰাহত তই দিবি আজি উচৰগি
পুত্ৰসম দৌলতৰ মোহ-মায়া সব!
তোৰ জানো সেই প্ৰাণ আছে?

খোদাৰ নামত সঁচা আজিও কি প্ৰাণ তোৰ নাচে?
ঘোচৰ টকাৰে কিনা
সুদৰ টকাৰে কিনা,
মাল তই দিবি কোৰ্‌বানি?
মজুৰৰ মজুৰিৰ আধাখিনি চান কাঢ়ি
ঈদত কোৰ্‌বানি কৰি
ছাৱাবৰ বেহাৰি বেহানি?
ক'লা বজাৰৰ ধন তাকেই কৰিছ পণ
তাৰে তই বিহিস্ত কিনিবি?

ত্যাগৰ উছৱ আজি
যত পাৰ খাই-লৈ
ছুৱাপাত কুকুৰক দিবি ?

আজি তোৰ ত্যাগ লাগে
তোৱ কোৰ্‌বানি লাগে,
লাগে তোৰ হৃদয়ৰ দান।

নেলাগে ধনৰ থলী,
লাগে পশুত্বৰ বলি
লাগে স্বাৰ্থ হিংসাৰ কোৰ্‌বান।

খোদাৰ নামত তই
জান-মাল বলিদান—
দিছ বহুবাৰ,
তোৰেই ত্যাগৰ দীপে
পোহৰালে বুকুখনি
বহুবাৰ এই বসুধাৰ।

এইবাৰ তই খোদাৰ সৃষ্টি
মানুহৰ হকে কৰচোন কোৰ্‌বানি,
ৰ'ক বাচি এই মূক মানৱতা
ৰ'ক বাচি এই দুনিয়া-বুকুৰ
মানুহ নামৰ প্ৰাণী।

খোদাৰ কাৰণে বহুত কৰিলি,
গালি বহু জয়গান,
মানুহৰ হকে কৰচোন এবাৰ
তোৰ পঁৰাণৰ চিৰ-পশু কোৰ্‌বান।

ৰ'ক মানুহৰ মান,
কৰচোন তই মানুহৰ হকে
স্বাৰ্থৰ কোৰ্‌বান,
হে ত্যাগী তই
আজিৰ দিনৰ ৰাখচোন ৰাখ মান।
ৰাখ, ৰাখ আজি মান!

## বিজয়ী যৌৱন

মই কোন? বিচাৰিছা তাৰ পৰিচয়?
মোৰ পৰিচয়? যৌৱনৰ পৰিচয়—?
বসুধাৰ বুৰঞ্জীৰ পাতে পাতে, আকাশে-পৱনে
সোণৰ আখৰে লিখা যৌৱনৰ বিজয়-বাৰতা—
মোক তুমি নোৱাৰা চিনিব?
বিশ্বজয়ী যৌৱনৰ সোধা তুমি নৱ পৰিচয়?
নিচিনিব পাৰা তুমি,
মোক চিনে আকাশে-পাতালে,
নীল আকাশৰ সউ সপ্তৰ্ষীমণ্ডলে,
গায় মোৰ জয় গান।
আৰু তুমি নোৱাৰা চিনিব?
ব্ৰহ্মাণ্ডৰ বুৰঞ্জীৰ যুগান্তৰ অন্ধকাৰ ভেদি
সৃষ্টিৰ বাতৰি লৈ আহিলোঁ যিদিনা,
সেই দিনা—বিস্ময়া ধৰাই চালে
মোৰ দীপ্ত, ৰুদ্ৰ অভিযান।
সেইদিন ধৰি
বিশ্বৰ বুকুত সদা বিজয়ী যৌৱন।
মৰুভূ, পৰ্ব্বত-গিৰি, মেৰু-গিৰি-কন্দৰ-প্ৰান্তৰ
সকলোতে উৰি আছে যৌৱনৰ বিজয় নিচান।
মোৰ সিৰে সিৰে বয়
অমৃতৰ শোণিত প্ৰৱাহ,
মোৰ এই 'জিগৰৰ' বাওলী 'খুনেৰে'
বাওলী হ'ইছে নিতে শত কাৰবালা,
সদা মই বিজয়ী বিপুল।

দুৰ্ব্বলৰ কপালত লিখি দিছোঁ নিজ হাতে
'পৰাজিত' 'পদানত' লেখা,
পুনু তাক ল'ইছোঁ সাবটি,
হ'ক পৰাজিত—সি যে মোৰ ভাই।
হাতত কৃপাণ ল'ই, মোৰ প্ৰাণ কৰি অন্বেষণ,
দুৱাৰডলিত আহি থিয় দিছে সহস্ৰ শতুৰু,
পুনু মোৰ চৰণত থৈ তৰোৱাল,
চকুলোৰে মাগে ক্ষমা।
তাক মই ধৰিছোঁ সাবটি,
প্ৰাণৰ শতুৰু মোৰ আজি প্ৰিয় বুকুৰ বান্ধৱ।
অনন্ত-বিজয়ী মই।
মোক দেখি—শুনি মোৰ বিপুল হুঙ্কাৰ,
ত্ৰস্ত যত দুৰ্ব্বলৰ দল।
আকাশ-পৰশা উচ্চ অগ্নিৰ বুকুত
গোলাপৰ ৰচি পুষ্পবন,
কত মোৰ 'ইব্ৰাহীমে' ঘোষিছে ধৰাত
যৌৱনৰ বিজয়-বাৰতা।
যৌৱনৰ জুই লগা নগণ্য ভিকহু এটি—
তাৰ এটি ক্ষুদ্ৰ ফুৎকাৰত
ভস্ম হ'ল গৰবীৰ কত ভুল সোণৰ সৰগ।
আৰু যুৱক—
আজি তুমি পথৰ ভিখাৰী,
আজি তুমি হীন পদলেহী,
আজি তুমি নিষ্পেষিত, পৰৰ লাঞ্ছিত।
চাহজাহানৰ সউ তাজৰ বুকুৰপৰা
মুকুতা-মাণিক আনি—
পৰক বেচিছা তুমি ভাতৰ কাৰণে,
স্বাধীন গৌৰৱ-ৰবি আঁচলত ঢাকি

আজি তুমি দ্বাৰে দ্বাৰে বিচাৰি ফুৰিছা,
জোনাকৰ একণি পোহৰ।
তোমাৰ ভৃৰিত আজি শিলৰ শিকলি!
আজি তুমি বলীৰ ভয়ত,
মুখ ঢাকি পলোৱা আঁতৰি!
তোমাৰ শত্রু? যৌৱনৰ শত্রু?
শত্রুক ভয় কৰি কোন দিনা শুনিছিলা
জীৱন ধাৰণ কৰা অমিত যৌৱনে?
বিপুল সাম্রাজ্য—হীৰা, কহিনূৰ,
ৰত্নময় ময়ূৰ আসন,
আজি তুমি পৰক সমৰ্পি
নিজে হ'লা পথৰ ভিখাৰী?
তোমাৰ সিৰতে বোৱা বিশ্বজয়ী যৌৱনৰ
চপল শোণিত—কিয় আজি নিস্পন্দন
কিয় শীত? হিম?
তুমি জানো নোহোৱা যৌৱন?
তোমাৰ চকুত আছে সৃষ্টিৰ গৰিমা—
তোমাৰ বাহুত আছে বিপুল বিক্রম,
তুমি চিৰন্তন, সনাতন, চিৰ-মৃত্যুঞ্জয়ী—
তুমি মৰা নাই—নমৰে যৌৱন।
যৌৱন অমৰ,
—উঠা যৌৱন
নৱপ্রাণ ল'ই পুনু আহা মোৰ স'তে—
জীৱিত যুৱাৰ স'তে।
জাগা আজি—
দেখিবা খোজত মোৰ
মাহাত্ম্য-গৰিমা এক নতুন সৃষ্টিৰ।
বিশ্বে মোৰ দেখিব বিক্রম,

লুপ্ত শৌর্য্য আনিম পুনৰ।
মই হম বিশ্বজয়ী-মৃত্যুঞ্জয়ী-সৰ্ব্বজয়ী
অনন্ত—অনন্তকাল—ধৰাৰ বুকুত।
প্ৰাচীনা ধৰণী মোৰ সেইদিনা
জাগিব পুনৰ—
—হব মোৰ জয়—

## আক্ষেপ

সাক্ষী আছে পৃথিৱীৰ ইতিহাস।
ময়ো জানো
এই পৃথিৱীত মই নেথাকোঁ সদায়।
মাঘৰ শেষত—গছৰ ডালৰপৰা
মৰহা শুকান পাত সৰি পৰি যায়।
দিনান্তত পোহৰ হেৰায়।
চিনাকি চৰাই এটি সন্ধিয়াৰ বুকুৱেদি
অকল'ই দূৰল'ই উৰি গুচি যায়।
বাৰিষাৰ ভৰপূৰ নদী
ফেনে-ফোটোকাৰে ভৰি
নেথাকেতো বৈ নিৰবধি,
হেমন্তৰ জুয়ে তাৰো বুকু পুৰি বলুকা ৰচিব,
পাৰৰ গৰাত মাথোঁ শেষ হোৱা যৌৱনৰ
মাৰ যোৱা ৰেখাটি থাকিব:।
বসন্তৰ পয়োভৰ
হব প্ৰাণহীন এক কঙ্কাল স্মৃতিৰ,
নিশৱদে শুই থাকিবলৈ
কবিতাত কোনো এক অখ্যাত কবিৰ।
সেই কবিতাই
নেভাঙে টোপনি কাৰো,
নকৰে উন্মনা কাকো
হুচকুৰ লোতক সৰাই।
এদিনু পৃথিৱীখনে পোহৰৰ স্বপ্ন হেৰুৱাব,
তিৰবিৰ তৰাবোৰ পুৰি ছাই হব।

ভেই যোৱা বাঁহুনিত সেউজীয়া বসন্তৰ
সোঁৱৰণি মাথোঁ শুই ৰব।
অনাগত কোনো বৰাগীয়ে
আজিৰ দিনৰ সাধু কব।
সকলো সহজ কথা।
দিন-ৰাতি হোৱা দৰে,
নাই কোনো নতুন বাৰতা।
ভাবিবৰো প্ৰয়োজন নাই,
টোপনিৰ শেষ হলে
সপোনৰ মাধুৰী হেৰায়।
তথাপি,
তথাপিতো মনটোৱে
অহৰহ কৰে ছাটিফুটি,
অশান্ত প্ৰাণত জাগে
জিজ্ঞাসাৰ জটিল আকুতি—
কেৱল কঙ্কাল হৈ
কোনো এক কবিতাত শুই থাকিবলৈ
সত্য জানো বসন্তৰ ৰূপ-মাধুৰিমা ?
খৰালিৰ বলুকাত শুকাই যাবৰ বাবে জানো
বাৰিষাৰ উচ্ছল গৰিমা
ক'ৰবাৰ দূৰণিত নীৰৱে হেৰাই যাব
তাৰ বাবে জানো
বন-বিহঙ্গৰ এই অৰণ্যৰ নিদ্ৰা ভঙা
সুৰৰ তপস্যা ?
পূৰ্ণিমাৰ জোনাকৰ লক্ষ্য জানো মাথোঁ
আলোহীন ঘন অমাৱস্যা ?
অহৰ্নিশে মনটোৱে কৰে হাহাকাৰ—
পালোঁ জীৱনৰ আশীৰ্ব্বাদ,

কিন্তু জীয়াই থকাই জানো
শেষ কথা তাৰ ?
খ্যাতি আৰু ঐশ্বৰ্য্যৰ
খহি যায় ক্ষীণ আৱৰণ,
নাচি উঠে চকুৰ আগত
কদাকাৰ উলঙ্গ জীৱন।
পথৰ দাঁতিত য'ত জীৱনৰ মণি-মুক্তা পচে,
তাৰ মই দিলোঁ কিনো দাম ?
জনতাৰ জীৱনৰ পথৰ ধুলিত মই
দিলোঁ জানো এটোপাল কপালৰ ঘাম ?
যি শিশুৰ জন্ম হ'ল গলিৰ বোকাত
কীট, পশু, পতঙ্গৰ দৰে।
তাৰ জীৱনৰ বাবে কোনো অঙ্গীকাৰ জানো
মোৰ দুবাহুৱে দাঙি ধৰে ?
পৃথিৱীৰ দিশে দিশে যিবোৰ আন্ধাৰ
আজিও বিয়পি ৰ'ল জুৰি চাৰিধাৰ,
তাত মই প্ৰেম, আৰু জ্ঞান আৰু
মহত্ত্বৰ দীপিতি শিখাৰে,
কৰিলোঁ নে আলোক বিস্তাৰ ?
যিদল দুৰ্ভাগা ৰ'ল ভৱিষ্যৰ ফালে চাই
চিনি পালে প্ৰতীক্ষা কেৱল,
তাৰ বাবে মোৰ দু-ওঁঠত আশ্বাসৰ মধু-সম্ভাষণ
আঁকা জানো ৰ'ল ?
পঁজাৰ মজিয়া যাৰ
বুকুভঙা বেদনাৰ
হুমুনিয়াহ লাগি লাগি হ'ল ধোঁৱা-কোঁৱা,
আৰ বাবে হ'ল জানো মোৰ
আশা আৰু আনন্দৰ কোনো গীত গোৱা ?

কোনো নৱ-জাতকৰ বাবে
কোনোবা গোহালি ঘৰ
জাৰি-ফুকি কৰিলোঁ নে নিকা ?
তিমিৰ যাত্ৰীৰ বাবে পথৰ মূৰত বৈ
জ্বলালোঁ নে আলোৰ দীপিকা
জীৱনৰ ৰভাঘৰ কি ফুলে সজালোঁ মই
গালোঁ কিবা গীত ?
অকণি বুকুৰ তেজ ঢালিলোঁ নে কাৰোবাৰ
ৰক্তক্ষৰা পথৰ ধূলিত ?
ৰিক্ত যি পথিক, যাৰ ভৱিয়ে চিনিলে মাথোঁ
হুল, জোং আৰু কাঁইটনি,
তাৰ বাবে মই জানো ৰচিব পাৰিলোঁ ক'তো
সান্ত্বনাৰ অকণি ফুলনি
যাৰ বাবে ভগৱান মাথোঁ
ভিখাৰীৰ ভিক্ষামন্ত্ৰ হ'ল,
খুদ হ'ল সাক্ষাৎ ঈশ্বৰ,
মুকলি আকাশ আৰু বিৰিখৰ ছায়া যাৰ
খিলঞ্জীয়া ঘৰ ;

প্ৰেম যাৰ অশ্ৰু হ'ল,
অশ্ৰু যাৰ চকুতে হেৰাল,
মোৰ ঐশ্বৰ্য্যৰ সম্ভাৰেৰে
ওপচাই দিলোঁ জানো তাৰ
প্ৰাণৰ ভঁৰাল ?
পেটে যাৰ চিনি পালে
মাথোন ক্ষুধাৰ জ্বালা,
জুই হৈ অনিৰ্ব্বাণ বুকুতেই জ্বলি ৰ'ল
কামনাৰ দুৰ্ব্বাৰ অগনি ।

যাৰে ওঁঠে কোনো দিন
নাপালে বিচাৰি এটি হাঁহিৰ ৰেঙণি,
দুখ যাৰ মিত্ৰ হ'ল
মৃত্যু যাৰ চিৰ লগৰীয়া,
অশ্ৰু, দৈন্য, হাহাকাৰ, অপমান বন্ধু যাৰ,
আঘাতে আঘাতে যাৰ কলিজা ক'লীয়া,
তাৰ বাবে কিনো এৰি যাম,
তাৰ বেদনাক মই কিদৰে জনাই যাম
প্ৰাণৰ প্ৰণাম?
বিদায় লোৱাৰ আগে,
হে পৃথিৱী, হে জীৱন,
হে বসুন্ধৰা মধুময়ী,
আজি, আৰু অনাগত মানুহৰ বাবে,
এৰি যাম ৰক্তক্ষৰা এখনি হৃদয়।
মোৰ হাঁহি ফুল হৈ
পৃথিৱীৰ পথে পথে ৰহণ সানিব,
মোৰ প্ৰাণ হাঁহি হৈ
কাৰোবাৰ চকুলোত
ৰং আঁকি দিব।
আত্মাই বিচাৰি পাব
বেদনাৰ্ত্ত জনতাৰ জীৱনৰ নতুন পদূলি,
কপালত জিলিকিব মোৰ
সুকয বাঙলী ফোট হৈ
জনতাৰ চৰণৰ ধূলি।
তাৰ বাবে মোৰ আয়োজন—
তাতেই সাৰ্থক হ'ক—
মৃত্যুৰ বেদনা-সিক্ত তন্দুৰ জীৱন।



# চিনাকি

: আমাৰ প্ৰকাশিত আৰু পৰিৱেশিত সাহিত্য-সম্ভাৰ :

**নীলিমা দত্ত :**
॥ আকাশবন্তি ॥
**যোগেশ দাস :**
॥ হেজাৰ ফুল ॥
**অণু বৰুৱা :**
॥ দিল্লীৰ ডুখৰীয়া ছবি ॥
**হেম বৰুৱা :**
॥ ইজৰাইল ॥
॥ মন ময়ূৰী ॥
॥ আঁচুফুল ॥
**পদ্ম বৰকটকী :**
॥ নজলা ধুপৰ ইতিকথা ॥
॥ জীৱন এষণা ॥
॥ বীতাৰ প্ৰেম ॥
॥ কোনো খেদ নাই ॥
**হোমেন বৰগোহাঞি :**
॥ তান্ত্ৰিক ॥
॥ বিভিন্ন নৰক ॥
॥ গল্প আৰু নক্সা ॥
**বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্য :**
॥ শতঘ্নী ॥
**ৰমা দাশ :**
॥ জাহ্নবী ॥
**কুমাৰ কিশোৰ :**
॥ ৰং আৰু ৰেখা ॥
**নিৰোদ চৌধুৰী :**
॥ হংসমিথুন ॥
॥ নিশিগন্ধা ॥
**মহেন্দ্ৰ বৰঠাকুৰ :**
॥ উদাসী সন্ধ্যা ॥
**অজয় ডেকা :**
॥ সৰগৰ অভিশাপ ( নাটক ) ॥

**প্ৰবীণা শইকীয়া :**
॥ উত্তৰায়ণ ॥
**চন্দ্ৰপ্ৰসাদ শইকীয়া :**
॥ আমেৰিকাৰ চিঠি ॥
**নিৰুপমা বৰগোহাঞি :**
॥ এজন বুঢ়া মানুহ ॥
**আব্দুল মালিক :**
॥ আধাৰশিলা ॥
॥ বহুত বেদনা, এটোপা চকুলো ॥
॥ ৰজনীগন্ধাৰ চকুলো ॥
॥ বনজুই ॥
॥ স্বাক্ষৰ ॥
॥ পৰশমণি ॥
॥ জীয়া-জুৰিৰ ঘাট ॥
॥ ৰূপতীৰ্থৰ যাত্ৰী [ ১ম খণ্ড ] ॥
॥ ৰূপতীৰ্থৰ যাত্ৰী [ ২য় খণ্ড ] ॥
॥ শিল আৰু শিখা ॥
**লক্ষ্মীনন্দন বৰা :**
॥ ছাঁ-জুইৰ পোহৰত ॥
॥ মাজত তৃষাৰে নৈ ॥
॥ গঙা চিলনীৰ পাখি ॥
॥ নিশাৰ পূৰবী ॥
॥ অচিন কইনা ॥
**তিলক দাস :**
॥ এই ৰং এই সুৰভি ॥
**হেমলতা বৰা :**
॥ সেউজীয়া পাহাৰৰ মাজে মাজে ॥
**প্ৰেমধৰ দত্ত :**
॥ শঙ্কৰদেৱৰ সাধু ॥
**উমেশ দত্ত :**
॥ বিপ্লৱী হৰদত্ত ( নাটক ) ॥

**॥ মিত্ৰ এজেন্সি এণ্ড কোং ॥ তিনিচুকীয়া ॥ অসম ॥**